# বিচিত্ৰা

শ্ৰীডিম্বেশ্বৰ নেওগ



## আগকথা

ভাষাতত্ত্ব-বাৰিধি

ডক্টৰ শ্ৰীসুনীতি কুমাৰ চট্টোপাধ্যায়

এম্ এ ; ডি-লিট্ ( লণ্ডন ) ; এফ-আৰ-এ-এছ-বি

# বিচিত্রা

শ্ৰীডিম্বেশ্বৰ নেওগ

প্ৰণীত

কলিকতা বিশ্ববিদ্যালয়ৰ ভাৰতীয় ভাষাতত্ত্ব আৰু শব্দতত্ত্বৰ খয়ৰা

অধ্যাপক আৰু তুলনামূলক ভাষা-বিজ্ঞানৰ গুৰিয়াল

ভাষাতত্ত্ব-বাৰিধি

ডক্টৰ শ্ৰীসুনীতিকুমাৰ চট্টোপাধ্যায়

এম-এ, ডি-লিট (লণ্ডন), এফ্-আৰ-এ-এছ-বি

ডাঙৰীয়াৰ

আগকথা

সম্বলিত

প্ৰথম তাঙৰণ, ৫০০ শঙ্কৰাব্দ

শুৱনী পজা, যোৰহাট

বেচ ।।৹ ছমহা

"নেওগ ডাঙৰীয়াৰ লগত মোৰ দেখা-সাক্ষাত অলপ দিনৰ, সি বহুত দিনৰ নহয়। কিন্তু যিদিনা মোৰ তেওঁৰ সৈতে পোনতে দেখা হৈছিল, মই তেওঁক তেওঁৰ জাতি কি, ধৰ্ম কি, প্ৰশ্ন নকৰিলো; তেওঁ মোক মোৰ জাতি কি,

---

জ্ঞান–বয়স–পদবীত চিৰপূজনীয়,

আন্তৰিক স্নেহ-প্ৰীতিত পৰম সুহৃদ,

মোৰ কবিতাৰ অকৃত্ৰিম অনুৰক্ত

কলিকতা বিশ্ববিদ্যালয়ৰ পালি আদিৰ অধ্যাপক

ত্ৰিপিটকাচাৰ্য্য (কলম্ব)

ডক্টৰ স্বৰ্গীয়

# বেণীমাধৱ বৰুৱা

এম্-এ; ডি-লিট্ (লণ্ডন); এফ্-আৰ-এ-এছ্-বি

ডাঙৰীয়াৰ

স্মৃতি-তৰ্পণ-স্বৰূপে

---

ধৰ্ম কি, সুসুধিলে; অথচ প্ৰথম সাক্ষাতত মোৰ মনত লাগিল যেন আমি দুইজনেই বহুত দিনৰেপৰা একে ভাবৰ ভাবুক, হিয়াৰে সৈতে হিয়া বন্ধা অনন্ত কালৰ মানুহ।"—
ত্ৰিপিটকাচাৰ্য্য ডক্টৰ বেণীমাধৱ বৰুৱা "কবিপৰিচয়", অসমা।

# বিচিত্রা



ত্রিপিটকাচার্য্য ডক্টর বেণীমাধব বড়ুয়া

জন্ম : পাহাড়তলি চাটগাঁও ; ৩১ ডিসেম্বর, ১৮৮৮ খৃঃ
মৃত্যু : মাণিকতলা, কলিকতা ; ২৩ মার্চ, ১৯৪৮ খৃঃ

# FOREWORD

BY

**Dr. Suniti Kumar Chatterji**

M.A.,D. Lit. (London), F.R.A.S.B.,

**Khaira Professor of Indian Linguistics and Phonetics and Head of the Department of Comparative Philology in the University of Calcutta.**

Mr. Dimbeswar Neog of Jorhat is a versatile scholar of Assam who is a student of science, a poet, an educationist and a historian of the literature and culture of his province, all in one. His studies in Assamese literature have been very fruitful : his **magnum opus** running up to several hundred pages (which we hope it will be possible to publish soon) will form one of the most comprehensive histories of the literature of a Modern Indian language attempted so far. He is a poet of the first rank in Modern Assamese, as I gather. It is quite pleasant to see him compiling an anthology in an extended form from his own work which forms a distinct addition to Modern Assamese literature. These poems which he has named VICITRA show a wide variety of topics indicating his poetic temperament and responsiveness.

The earlier writers of Assamese, Sankardeva and others, went in for a fairly extensive Sanskritisation of the vocabulary, and this I think was a salutory

thing in bringing Assamese in line with its sister Assamese speeches and in strengthening its pan-Indian Sanskritic heritage in thought and culture. Present day Assamese writers, too, unless they are very careful in this matter, cannot escape the atmosphere of Sanskrit. which certainly is the atmosphere of a wider, a pan-India culture, far transcending the narrow if homely limits of a local provincial village atmosphere. Taking a broad view of Indian speech and literature as a whole, a reasoned Sanskritisation in the vocabulary has always meant an upliftment in outlook. And modern Assamese poets and other writers too have unconsciously given expression to this ideology in practical form. This will be apparent from almost all the poems in the present work.

I am not competent to write a critical appreciation of Mr. Neog's Muse, but I have liked the ones I have been able to read and follow, and I think they are all specimens of high class work in any language. I trust they will be given their due recognition; and taking a view of Mr. Neog's literary talents and poetic genius, I can only heartily express the wish—more power to his elbow!

The University, Calcutta
25 June, 1948

Suniti Kumar Chatterji.

# বিচিত্ৰা

—প্ৰণয়—

## ভালপোৱা

'পূবে অনিৰুদ্ধ্ অৰুণক দেখি উষা যে পলায় পুৱা,
কিয় কৰে এনেকুৱা ?'—'ভালপোৱা, সখী, ভালপোৱা !'

'ভোমোৰাটি পৰে পদুম পাহিত, পদুমক দেখোঁ কোৱা—
যোৱাঁ, যোৱাঁ, গুচি যোৱাঁ ?'—'ভালপোৱা, সিও ভালপোৱা !'

'সুদূৰত চাওঁ আকাশ পৃথিবী মিলি একেলগ হোৱা ;
কিয় দেখোঁ তেনেকুৱা ?'—'ভালপোৱা, তাতো ভালপোৱা !'

'কিয় দেখা পাওঁ ৰঙা-চঙা পৰি সূৰ্য্যদেৱ মাৰ যোৱা,
তেও ঘূৰি ঘূৰি চোৱা ?'—'ভালপোৱা, সখী, ভালপোৱা !'

'জোনটিৰ ফালে কিয় দেখোঁ ভেঁটে চকু কেৰাহিকৈ চোৱা,
ওৰণি গুচাই থোৱা ?'—'ভালপোৱা, অহ, ভালপোৱা !'

'তৰাই তৰাই ৰাতি কিবা মেল পাতে চকু পিৰিকোৱা,
কিনো খাই মতলীয়া ?'—'ভালপোৱা, সিও ভালপোৱা !

'ভালপোৱা, সখী, সৰগৰ গঙা নামি মৰতত বোৱা ;
তাৰেই এটুপি পি, মই তোমাৰ মৰমৰ আকলুৱা ।'

ৰচিত ধুবুৰী ১৮৫০ শক. প্ৰকাশিত 'বাঁহী', ১৯শ বছৰ, ৮ম সংখ্যা ; চ'ত, ১৮৫২ শক

# জন্মোৎসৱ

'তুমি কোৱা,—ভালপোৱা সৰগৰ মন্দাকিনী.
ভেদ কৰি বয় ই ভুবন ;—
ক'ত, কেতিয়াৰ পৰা, কেনেকই পোনে পোনে
ই নো বাক লভিলে জনম ?'

'একেশ্বৰে বহুদিন থাকি আদি নিৰঞ্জনে
দেখিলে নিজক অশোভন ;
ভাবিলে, কিয়নো তেওঁ বিনন্দ-বিলাস কৰি
বিশ্ব এক নকৰে স্ৰজন ?

'এইদৰে ভাবি নিজ নাভি-কমলত দিলে
প্ৰজাপতি ব্ৰহ্মাৰ জনম ;
তেওঁৰে আদেশ মতে বিধে বিধে জন্ম পালে
নৰ পশু পক্ষী পতঙ্গম ।

'সবাৰে মাজত জন্ম পালে নিজে মনোজেও, —
চৰাচৰ শিয়ৰি উঠিল !
মাদক প্ৰসাদ কিনো কোনে বাক বিঙৰিলে ?
—মতলীয়া প্ৰেমত অখিল !!

'তৰাই তৰাই কলে কথা চকু পিৰিকাই,
জোনে-ভেঁটে পাতিলে সমধ;
পত্নমে সুকয়ে কৰি নানা প্ৰীতি-আলাপন
সকলোকে লগালে তৱধ।

'মেঘৰ বুকুৰপৰা লাজুকীয়া বিজুলীয়ে
এবাৰ ভুমুকি মাৰি চালে,—
হৰি, হৰি! কিনো কথা!! সকলোটি যোৰে যোৰে?—
মৰতক বাক কিহে পালে?

'ফুল-লতা উদাসীন; ৰাজিল কীচক-বেণু,
নৈয়ে কৰে সাগৰ চুম্বন;
সাগৰত ঢৌৱে ঢৌৱে, আকাশত মেঘে মেঘে
কৰি বল প্ৰেম-আলিঙ্গন।

'সিদিনাই মৰতত প্ৰথম আৰতি হল,
বায়ুৱে কৰিলে শঙ্খধ্বনি;
সিদিনাই জগতত প্ৰেমৰ জন্মোৎসৱ,
বসুধাত বলে মন্দাকিনী।

'সিদিনাৰে পৰা হল নৱ-সমাজতো সৱে
মিলনৰ বাবে বিয়াকুল;
সিদিনাৰে পৰা সখী, তোমালে' ধাউতি মোৰ,—
মই অলি, তুমি বনফুল।'

---

ৰচিত, ধুবুৰী, ১৮৫০ শক; প্ৰকাশিত বাঁহী, ১৮ শ বছৰ, ৭ম সংখ্যা; কাতি, ১৮৫১ শক

# স্বৰ্গবাস

'প্ৰিয়, স্বৰ্গ কিমান দূৰ ?'
চকুযুৰি তুলি প্ৰিয়াই কোলাত থলে মূৰ—
'প্ৰিয়, স্বৰ্গ কিমান দূৰ ?'

'প্ৰিয়ে, স্বৰ্গ নহয় দূৰ ;
এয়া আমাৰ নিচেই কাষত আছে স্বৰ্গপুৰ !
প্ৰিয়ে, স্বৰ্গ নহয় দূৰ ।'

'সৌ ওখ নীলাম্বৰী চন্দ্ৰাতপ যে উৰে,
স্বৰ্গ থাক আছেনো তাৰ কিমান ওপৰে—
প্ৰিয়, কিমান ওপৰে ?'

'সিমান ওখত নহয়, প্ৰিয়ে, স্বৰ্গ মেঘৰ তলে :
দিনে-নিশায় কি সুন্দৰ প্ৰেম-মুকুতা জ্বলে !
প্ৰিয়ে, স্বৰ্গ মেঘৰ তলে ।'

'পূব পশ্চিম আকাশত যে পুৱা সন্ধ্যা বেলি,
গছৰ আগে ৰঙত হাঁহে কিৰণ-ফাকু খেলি ;
দিগন্ত যে জ্বলে ?'—
'স্বৰ্গ তাৰো তলে, প্ৰিয়ে, স্বৰ্গ তাৰো তলে ।'

'ছয় ঋতু পাল পাতি য'ত ওমলেহি ;
প্ৰিয় জনৰ মিলন-মউ কিনো সোৱাদ দেহি !

হাঁহোঁ-মাতোঁ নিতে' ?—
সেই ধৰ— নীতে, প্ৰিয়ে, সেই ধৰণীতে !'
'তেন্তে, প্ৰিয়, কেচুৱাৰ খুমুক-খানাক কথা ;
আই-বোপাই ভাই-ভনীৰ এনে চেনেহ-বেথা !
দুগাল ভৰা চুমা ?' —'সেয়া স্বৰ্গৰ সীমা !'
'বাহি বিয়াৰ দিনা, প্ৰিয়, কোমল চন্দ্ৰলেখা
ন কন্যাৰ স'তে সেই ন দৰাৰ দেখা ?'—
'সেয়া স্বৰ্গৰ ৰেখা !'
'পোনৰ মিলন নিশা, প্ৰিয়, দুটি মৃদু স্বৰ
কঁপি কঁপি ঢৌ তোলে, গোন্ধ চন্দনৰ ?'—
'সেয়া, প্ৰিয়ে, পূত সঙ্গীত প্ৰেম-নন্দনৰ !'
'দুটি নিশাহ মিলি ঘনাই শূন্য কৰে পূৰ'—
'স্বৰ্গপুৰত সেয়া, প্ৰিয়ে, বায়ু বহে জুৰ !
প্ৰিয়ে, অতি সুমধুৰ !'
'আবেগৰ হেন্দোলনিত দুটি ওঠ যে লৰে ?'—
'স্বৰ্গত দুটি তীৰ্থ-যাত্ৰী তীৰ্থ কৰি ফুৰে !'
'দুগাল ভৰি সেই সঘন চুম্বনৰ যে ধ্বনি ?'—
'সুৰ-বালাৰ পাৱৰ নূপুৰ এনে মধুৰ শুনি !'
মেৰাই ডিঙিত আদৰেৰে দুটি বাহু-পাশ,
কলো, 'প্ৰিয়ে, এয়া আমাৰ চিৰ স্বৰ্গবাস !
প্ৰিয়ে, চিৰ স্বৰ্গবাস !!'

---

ৰচিত লখীমপুৰ, ১৯৩১ খৃঃ প্ৰকাশিত 'বাঁহী' ২০শ বছৰ, ১ম সংখ্যা ; বহাগ, ১৮৫৩ শক

—বগৰ—

# এখনি ফণি

পাহৰা সুৰটি আজি বাজিছে দুনাই ; পোৰে হিয়া বিৰহ অনলে!
বিৰহ-বেদনা মোৰ কাকনো জনাম ? ভাবি থাকোঁ অকলে অকলে
সোমাবানে হৃদয়ত পাঠক-পাঠিকা ! মেলি দিওঁ হৃদয়-দুৱাৰ ;
সমদুখী হই যদি পাবে পাতলাব কোনোবাই যাতনা হিয়াৰ ?
কাৰনো আগত কম দুখৰ বাতৰি : কোনে শুনে বুজিব নোৱাৰো
নিলে কোনোবাই কালি ফণিখনি মোৰ, তাৰেইহে বিৰহত মৰো !
নাহাঁহিবা, নাহাঁহিবা ; নাহানিবা মোৰ, হৃদয়ত বিদ্রূপৰ বাণ ।
কৃষ্ণবৰ্ণ কায় তাৰ পৰিলে মনত, বেজাৰেৰে ভৰি আছে প্ৰাণ !
দাহ-বিদাহত মোৰ বঢ়োৱা চুলিৰ মাজত সি কেনে শোভা পায় !
সেইহে এতিয়া তাৰ বিৰহ-শোকত হিয়া মোৰ ভাগি-ছিগি যায় ।
হৃদয়-বিলৰ সি যে আশা কুমুদিনী, আঁউসীত পূৰ্ণিমাৰ জোন ;
লিখনিৰে কেনেকই পাৰিম বৰ্ণাব, মই সি ফণিৰ গুণাগুণ ?
তথাপিও বিৰহত অভিমান কৰি গাঁথি দিলো ই ছন্দ এধাৰি ;
সকলোৱে আজি হেৰা শুনা কাণপাতি, সভাসদ যত নৰ-নাৰী ।

ৰচিত শিৱসাগৰ ১৯১৫ খৃঃ ; প্ৰকাশিত "ভুমুকি", ১৯১৫, "মালতী", ১৯২৭

# এটি ছাতি

নহয় মণি-মুক্তা-হাৰ, নহয় একো ঘোৰা হাতী ;
পাল কোম্পানীৰ ন-মহা দামৰ মাথোন এটি ছাতি।
পুৰণি থেকেৰাৰ চোক বেছি, পুৰণি মিত্তিৰৰ বেছি এঠা ;
পুৰণি ছাতিৰ বিয়োগতো পাইছো মনত অতি বেথা।
কেঞাৰ গোলাত কিনিছিলো মাথোন আঠ—তেওজ বেলি ;
'বাবু'ৰে কৈছিল, 'নিয়া ডাঙ্ৰীয়া, এই ছাতি 'ফাছ্ কিলাছী।'
'টিকা ফাটে, ধুতি নাফাটে,'—কেঞা বাবুৰ কথাৰ গুণ!
এনে ছাতি অপহৰি মাৰিলি কোনে মূৰত টাঙোন ?

বজাই ৰাণীক ৰখা দৰে তোকো ছাতি, কান্ধত তুলি
লৈ ফুৰালো ওকণি বা পকৰাই কৰবাত খায় বুলি।
তুলাপাতৰ নীলা জাকিট চোলা পিন্ধাই ৰাখিলো ঘৰত,
ঠিক জানিবা ন-বোৱাৰী, শোভে সুন্দৰ ঘৰৰ চুকত।
তাৰ পাছত মুৰিয়াই লৈ ফুৰালো তোক ঘূৰাই ছহৰ ;
দেখাৰ চকুত চমক লাগে—'দাম নো ইয়াৰ কেই মোহৰ ?'
ৰ'দে-বৰষুণে তোক ছাতি, ক'তনো বৰকৈ দিছো দুখ ?
পোৰা কপাল। কোন শত্ৰুৱে কৰিলি এনে ছাতিৰ বিমুখ ?

ক'ত আছ তই ছাতি, কোনে ফুৰিছে লাখুটি বাই ?
কোন গাবোৱানে বগলত লৈ দুই হাতে 'চুখা' খায় ?
কোন গৰখীয়াই পথাৰত বহিছে তোক মাটিত পাৰি ?
কোন বাটৰুৱাই বিচ লৈছে তোকে জহত বিচনি মাৰি ?

কোন দুৰ্দ্দান্ত স্কুলীয়াৰ মেলত তই পৰিছ আজি—
খৰি-মাটিৰে লিখিছে পিঠিত—'ডেম্ ছোৱৰ গাধা পাঁজি।'
যাৰ কান্ধত গৈছ উঠি গম পাই সি ঘূৰি চাই
মৰামৰি কৰি চাগৈ, তোৰ আধ্যা পেলায়, হায় !!

নতু কোন 'চৌখিন' ডেকাই হাতেৰে ঘূৰাই বৃত্ত সাজে ?
কোন বাউনা বুঢ়াই কান্ধত ধৰি দুহাতে ভালুক নাচে ?
কোন 'মেমনী' মাষ্টৰনীয়ে তোকে বৰ জাপি কৰি
গৈছে আবুৰ ৰাখি বাটত, খোজত মৈৰাৰ চালি ধৰি ?
কোন মিত্ৰিৰৰ ঘৰত তোক ৰাখিছে লুকাই 'লৰাইতে'—
আলহী আহিছে কত দিনত, থাকক আজি কোনোমতে ?
ৰঙ্গ লগা মিত্ৰিৰ কাৰনো পদূলিৰ আগেদিয়ো তই
গৈছ বাৰু কোন মিত্ৰিৰক মনে মনে আঁৰকৈ লৈ ?

ক'ত নো আছ ছাতি, তই মাত এবাৰকে নিদিয় কিয় ?
দেহে কৰিছে উজনি-ভাটি ! আছে নে মোৰ বুকুত জীৱ ?
পাতাললৈ আই সীতা যাবৰ বেলা কলে—'স্বামী !
জন্মে জন্মে মোৰ পতি হবা ৰামচন্দ্ৰ তুমি।'
হেৰা ছাতি, হেৰা বন্ধু, পামনে সিটি জন্মত দেখা ?
উৎসৱ ব্যসন, ৰাজদ্বাৰৰ আছিলা যে পৰম সখা !!
নহয় মণি-মুক্তা-হাৰ, নহয় একো ঘোৰা হাতী ;
পাল কোম্পানীৰ ন-মহা দামৰ মাথোন এটি ছাতি !

---

গৌহাটী আগষ্ট, [illegible] খৃঃ, প্ৰকাশিত 'বাঁহী' ১৮শ বছৰ, ৪ৰ্থ সংখ্যা, [illegible]

# ঠেংতোলা বৰা

"গোটেই জগতে আছে থল-বস্তা, পোতা-পুখুৰীত বাক্,"—
এদিন গধূলি গহীনাই কলো,"—শুনিছানে, লৰা-মাক !
মানিলেই ধান, নহলে পতান ; বুঢ়াৰ বচন, শাস্ত্ৰৰ বিধান—
সেইদেখি আমি মানি লওঁ বোলো তুয়ো এই ঘৰখন
সেই মহাৰাণী ৰাজ্যখন বুলি ; ৰাণীৰ নো কেনে মন ?"

"থাকাঁ, থাকাঁ ; মোক জোকাই নলবাঁ, ওলাব মইনা-মাত !—
কেঞাৰ গোলাত কৰবাত আজি ভাঙৰ মাৰিছে চাট !!
নেদেখিছা কিনো গহীনাই মাতে মোক হেনো কিবা মহাৰাণী পাতে
আউলু-আপচু দিবলই বহি ! এনে দেখা-শুনা নাই ;
মহাৰাণী পাতি বজুৱাই থব, তাৰো চিন আছো পাই !"

"মোৰে মূৰ খোৱা, হেৰা লৰা-মাক ! নেমেলিবা আক ডিঙি,—
মই কৈছো বোলো ধৰিলেই শ'ল, নধৰিলে হয় শিঙি !
ৰাণী হলেই নো কিয় বহি খাবা, কাম কৰি জানো ৰাণীভাগি যাবা
পথালি-চকুৱা নৰ-মনিছৰ এই সকলোটি ভ্ৰম ;
কই যাম কথা, তুমি শুনি যাবা, তেতিয়াহে পাবা গম।

"মনেই সৰগ মনেই, নৰক, বুজিছানে মোৰ সোণ ?—
নুবুজিবা কিয় ? এৰা, এতিয়াহে—লৰাৰ মাক নে কোন ??

পাছে, বাক চোৰা আমাৰ যেনেৰ, এই মুলুকত আছে কেইঘৰ ?
ৰজাৰ দিনৰ ঠেংতোলা ৰবা, গাঁওবুঢ়া এতিয়াও ;
ঠেং তুলি তুলি ইংৰাজ ৰজাৰ বিষ্ নে বিষয় খাওঁ।"

গাওঁ বুঢ়াবাৰ গাই নসহিল এনে গেলা-গপ দেখি,
চিপিয়াই থাকি বুলিলে এবাৰ, "হেৰা মোৰ প্ৰাণ-সখি !
নকলে নোৱাৰো, মোৰ ফটামুখ, কলেও লাগিব ভকতা দোষ ;
তেও বাক কওঁ,—লোক-এ পাতত; কেই বাৰ-কুৰি পোৰা ?
তালৈকে নিতউ ঘৰ-বাৰী এৰি চ'ত কুৰিবলৈ যোৱা।"

"পালো বা নাপালো, ৰজাৰ খাটনি ! সেয়ে মোৰ লাখ টকা ;
ধন-ৰজা আহি হাত ফুৰালেও তাকো বোলে বাঘ-ঢকা।—
তিনিয়ে পুৰুষে হবা একে-মতি, তেবেসে সিজিব হৰিত ভকতি,—
সেইদেখি এৰা ইবোৰ-সিবোৰ, ঘাই কথাটোলৈ যাওঁ,—
বহুত ধন বাৰ টকা, মাক ! পূৰা বাৰ টকা পাওঁ।"

"চুৰা-চকু যেন মুখৰ বৰণ, তাত বিৰিভিল হাঁহি :
দেখি ভোল গলো মাকৰ মুখত বিজুলীৰ ফুলপাহি !
পাছত বুজিলো, মই হে অকৰা ! লৰা-মাকে মোক কৰে মচ্‌কৰা
মই আকৌ বোলো ধন পোৱা শুনি ৰঙত হাঁহিছে চাগে' !
ভিন্ কটা ! মই কথাবাৰ কিয় নুবুজিলো আগে-ভাগে ?
যি হক, আকেউ কথাৰ লেজুত দিওঁ বোলোতেই হাত,
গেলাতে টেঙা দি আমাৰ 'সিইতে' দিলে থেহেৰাই মাত—
"কোৱা বেগেতাই কি কৰিব লাগে, নহলে ইফালে ভিকাচন ভাগে

ময়ে নখতাহে ভাত এমুঠিও পুৰালৈ নোলাব পাছে ;
ৰেত ইপিনে নিগনিয়ে পৰি দেও“পাল পাৰি আছে !”

ভাল কথা হল ! গেলা-গপ মোৰ সোপাই ওলাই পৰে।
ঘৈণীৰ মূৰত ভাতমুঠি থাওঁ, তাকো মুখতেই ধৰে !!—
‘ঘৰৰ ঘৰিণী, লৰাইঁত মাক ! তোমাকে নুখুজি খুজিমনো কাক ?
তাকে আৰৌ তুমি বৰকৈ নকৰা !—পিছে এয়ে হল থিৰ,
কালিৰ পৰাই তুমি হবা ৰাণী, মই মহাৰজা বীৰ।”

পিছ দিনা আহি আতি সুমঙ্গলে ৰজনী প্ৰভাত হৈল !
মহাৰাণী উঠি মহা আয়মেৰে গোতোল সাৰিবে লৈলে !!
ৰেৰ-জলপাই চাই পঠিয়াই, আজি মোৰ উঠা দেখি যেন পাওঁ
ৰাণীৰ চকুত নপৰাকৈ উঠি কেনেকৈ থাকোঁগৈ বাঃ ?
টান পালো কথা, ৰজা বুলিও যে ৰাণীয়ে থাকিব সহি !
উঠি আহি চাওঁ, ৰাণীৰ মুখত নাই খঙ্-অভিমান ;
তামুলী পিৰাত বৈ তুলি ৰহি পাতিলো লভিলো প্ৰাণ।
দুটি লৰা মোৰ : এটি যেন-তেন, ইটোৰ কুগুচে নিতে যেন্ থেন
বাৰটা মাহৰ তেৰটা ৰোগত জুলাকলা কৰি মাৰে !
কোনোৱে ৰহুতো গাত হাত দিলে, সি আৰু থৰিব পাৰে !!

গোচৰ দিলেহি কান্দি-কাটি কই--“খাথোন, পিথাই থা ;
সউটোৱে আকৌ মোক কই থাকে,—“তই তেলেঙ্গই যা !”
ৰজা হওঁতেই গোচৰ আহিল, বুঢ়াৰ হাতত চোঙা পৰিল ;
ভাবিলো, এতিয়া এই গোচৰৰ শোধ কৰি দিওঁ ৰায় ;

বাহি-বন কৰি মহাৰাণীয়েও থাকক গোচৰ চাই।

"হয় নে নাপিয়া, খছুৰাক তই কৰিছিলি অপমান ?
লই আহ তোৰ সচা-মিছা যদি আছে কিবা পৰমাণ।"
বিচাৰত নহা হ'ল হুলস্থূল, ৰাণী পোনতেই হ'ল প্ৰতিকূল,—
"লবাৰ লগত কিনো বুঢ়াটোৰে হাই কৰিবলৈ লয় ?"—
"নহয় হে ৰাণী, ৰজাৰ ঘৰত ইদৰেই শোধ হয়।"

বিচাৰৰ ৰায় দিয়ে উকৰাই অঘাইটং নাপিয়াই !—
থিৰ হল পাছে সমদুখী দুয়ো শাস্তি সমানেই পায়।
সেইদেখি শেষ কৰিলো গোচৰ—"দুইও দুইৰো কাণকে মোচৰ।
যেতিয়াই কলো, দুইটাৰে মহা দৰৰা-দৰ্ৰি হল ;
চিঞৰ-বাখৰ কান্দোনত ঘৰ তোলপাৰ লাগি গল।

"দুপৰীয়াখন চাওঁ কিহে পায়"—টিকৃচি বিকৃচি উঠি
মহাৰাণী দেখোঁ আহে চোঁচা লই দুই হাত মাৰি মুঠি!!
"সৰ্ব্বনাশ হয়, সৰ্ব্বনাশ হয় ! প্ৰভু নাৰাখিলে কোনে নো ৰাখয় !
এই বুলি আৰু পিছলৈ নাচাই ভিৰাই ধৰিলো লৰ—
"তিৰিৰ হাতত অপমান হয়, কোন আছ ৰক্ষা কৰ !"

ভাগ্যমান গই পিছলৈ চাইহে দেহলৈ আহিছে জীৱ !—
"ভৰ দুপৰীয়া ভাল কথা আজি কৰিছিলা, সদাশিৱ !
"হৰ-মোহন"ত তোমাৰ বিলাই ওলোটাটোৰেহে মোক আজি পায়
এই দুপৰীয়া ভাত-পানী নাই, কি কৰো, কলই যাওঁ !
কক্ বা মেলক 'সিইঁতে' নিদিলে ক'ত ভাত মুঠি পাওঁ ?"

আকউ ভাবিলোঁ—"নহয় নে বাৰু মনত একেবি দয়া ?—
লবাকে কিজানি ভাবুকি দেখাই কৰিছিল তেনেকুৱা ?
নহয়, নহয়। তিৰি-মিৰি-কোৱা ই তিনি-চাৰিৰ আশয় নোপোৱা;
লাগে নাখায়েই মৰো তেও আৰু বৈণীত নাপাতো হাত"—
এইদৰে তাতে টোপনি আহিল এজোপা গছৰ ছাঁত।
শুই উঠি চাওঁ, বেলি পৰো পৰো; পেটত লাগিছে ভোক;
ঘৰলৈকো আৰু উলটি যাবলৈ মনত লাগিছে শোক।
ঘৰত খণ্ডৰা কমিছেনে নাই, গলেই জানোচা খেদি পঠিয়ায় ?
নহয়, নহয়! নঙলা-মূৰতে লবাটোকে লম সুধি;
মাকৰ মনটো তেতিয়া বুজিম, এয়ে হব ভাল বুধি।
"পিথাই, পিথাই! অথনি তই নো কেনেই গৈছিলি সৰি ?
আয়ে আমাকহে মাৰিবলৈ বুলি আহিছিল খেদা মাৰি!
দিনটো কোনেও ভাতখোৱানাই কান্দিকাটি আছে এতিয়াওআই"
এনেতেই আহি মাকে দেখোঁ মোৰ ভৰিত দীঘলে পৰি।
হুক্ হুক কৰে কান্দি, চকুলোৰে তিয়ালে দুইটা ভৰি।
কলো, "উঠা তুমি ঘৰৰ লখিমী, মোৰেই সকলো দায়;
বৈণীৰ মূৰত খোৱা সকলোৱে ইদৰে এসেকা পায়।
নাখাওঁ নাখাওঁ তাই হাতে ভাত মূৰ দূৰি পাতো ভাইতেহে হাত!
পৰৰ মূৰত খোৱা সকলোৰে জীৱনটো কুকুৰ-ধূলি;
এতিয়াৰে পৰা নিজে আৰ্জি খাম ঠেঙত ঠেঙটো তুলি!"

---

ৰচিত শিৱসাগৰ প্ৰকাশিত 'বাঁহী,' ১৫ শ বছৰ, ৫ম সংখ্যা; ভাদ, ১৮৪৭ শক।

—উপহাৰ—

# ভাগ্যলিপি

সুকঠোৰ ভাগ্যলিপি !

শুকাল। শুকাব দিলো চকুতে সি চকুলো এটুপি।
জানিছো, নাহিব চাপি আৰু সেই কুহকিনী আশা,
ইমানতে হেৰুৱালে তাই যত মোহসনা ভাষা;
বুজিছো আশাৰ নামে তাৰ খীণ ছাঁয়াটিও ভাল,
'গল আশা'—কিমতে ই শক্তি-শেল সন চিৰকাল ?

আছিল সি আশা খীণ,—

দুখীয়া মৰত কত সহস্ৰনো বান্ধৱ অধীন !
এনাঁ সূতাডালি যেন তেও খীণ আশা-ঠাৰিটিত
লাগিছিল এটি কলি,—ঠেক ছিগি পৰিল মাটিত।
জীৱনৰ বাবে দুয়ো দুইৰো ভৰষা তিয়াগিলো;
'হোৱা সুখী দুয়োৰেই'—প্ৰাণ ভৰি আশীৰ্ব্বাদ দিলো।

হে ভাগ্যদেৱতা !

তোমাৰ সি বুকুখনি কিহেৰে নো স্ৰজিলে বিধাতা' ?
কি বজ্ৰ কঠোৰ সেই কপালৰ নিৰমম ছাপ !—
নোকোমলে লাগি তাত দয়াময়া-কৰুণাৰ ভাপ ?

তোমাৰ বিধান, তাত কত অশ্রু, কত হুমুনিয়া' !—
দেখি অনুতাপ-দগ্ধ নহয় নে, যদি আছে হিয়া ?
এই অভিসন্ধি কাৰ ?
তোমাৰো ওপৰে জানো মূৰে ন্যায়-দণ্ড বিধাতাৰ ?
মৰত নহয় মাথো, সুৰলোকো ইয়াৰ অধীন,—
দেৱতাৰো চিত জানো নিৰাশাত বিষাদ-মলিন ?
মৰতৰ মন্দভাগ্য কত শত দুখীয়া পৰাণী,
হে ভাগ্যদেৱতা, দেখি ওলায় তোমাৰো চকুপানী ?
নতু লিখি ভাগ্যলিপি,
মৰ্ত্তাৰ মূৰ্খতা চাই মনে মনে হাঁহা মুখ টিপি ?
বিষাদৰ অশ্রু কিনো ? হুমুনিয়া থাকে কেইদিন ?
এবাৰ মচিলে তাৰ আৰু জানো ৰয় কিবা চিন ?
সনাতন আনন্দত সৃষ্টি নিতে বিনন্দ-বিলাস ;
দুদিনৰ অনুতাপ, দুদিনীয়া অন্তৰ উদাস ।
মোৰ ই আশিস্ বাণী—
মুক্তাৰূপে উজলক তোমাৰ দুগালে চকুপানী ।
কল্পনাতে যদি মোলে' গাঁথিছিলা বৰণৰ মালা,
ধন্য মই তাৰ বাবে ! মোক বিশ্ব-বিজয়ী কৰিলা ।
দুখৰ সুখেৰে এই স্মৃতি থবা যতনেৰে জাপি ;
কেতিয়াবা চাবা মেলি—বিধাতাৰ বিচিত্ৰ সুলিপি !

---

ৰচিত, ধুবুৰী, ১৯ মাঘ, ১৮৫৬ শক

# ব্যৰ্থ

'বীণধ্বনি লই কিবা গীত গোৱা ! কৰা নে বৰাগী, অৰ্থ ?'
'বীণে গায় মোৰ জীৱনৰ গীত ; কয়—সকলোটি ব্যৰ্থ !!'

'তেন্তে হে বৰাগী, সিটি মোৰে গীত ; ময়ে জগতত নিঃস্ব'
উলাহেৰে বীণে দোহাৰিলে তাকে ; কঁপিল অখিল বিশ্ব !!

বিশ্বই সুধিলে, 'কোৱা হে বৰাগী, ই নো কিবা ৰাগ রুদ্র ?'
বীণে গালে এটি করুণ সঙ্গীত—'আমিয়ে বিশ্বত ক্ষুদ্র !'

বিস্মিত নেত্রে বুলিলে বিশ্বই—'ই যে হৃদয়ৰ সুপ্ত
ৰাগিনী আছিল ; বীণে তাকে আনি কৰিলে হঠাতে দীপ্ত !!'

ব্রহ্মাণ্ড বিয়পি খলক লাগিল—'বীণৰ সুৰৰ মৰ্ম' ?'
'বাহিৰে শীতল, ভিতৰে অনল, এয়ে জগতৰ ধৰ্ম !!'

পুনৰ সুধিলে, 'কিনো গীত গোৱা কৰানে বৰাগী, অৰ্থ ?'
'বীণে মোৰ গায় বিশ্বৰ সঙ্গীত, কয়—সকলোটি ব্যৰ্থ !!'

ৰচিত ধুবুৰী, ১।১০।২৭, ১৪ আহিন, ১৮৪৯, প্রকাশিত, 'বাঁহী' ১৭ শ বছৰ

---

# শেষ উপহাৰ

ইমান তোমাৰ দয়া !

কতবাৰ তুমি আহিলা আপুনি, নাপাই আপোন পূজাৰ মাননি,
কতবাৰ ঘূৰি গলা !
তথাপি যে তুমি আহিলা আকউ, তোমাৰ ইনো কি মৰ্মা !!

বিষ্ণুৰ মন্দিৰ জানিও কৰিলো প্রতিমা-পূজাৰে ছুৱা ;
তেও তুমি একো নামাতি-নুবুলি মনে মনে গুচি যোৱা !
কত অনাদৰ, কত অৱহেলা, এইদৰে তুমি বুকুপাতি ললা ;

আজিহে প্ৰাণত পৰিছেহি মোৰ সেই সন্তাপৰ ছঁয়া !
তেও তুমি মোক আহিছা বিচাৰি, ইমান তোমাৰ দয়া !!

কলো, 'এই পূজা তোমাৰ নহয় ; তুৰন্তে আঁতৰি যোৱা ।'
কলা হাঁহি হাঁহি, 'আহিম পুনৰ, তুমি মাথো সাজু হোৱা ।'
বিৰক্তিৰে কলো, 'নিলাজ, তোমাৰ জানানে নহয় আৰু ই দুৱাৰ ?'
কলা, 'বাৰু, মই নাহিমেই তেনে তোমাক নালাগে মানে ।'
আজি পুনু তুমি আহিছা উলটি ! কিয়বা ? কোনেনো জানে ?

প্ৰতিমাৰ পূজা ভাগি-ছিগি গল ; ভাগিল অন্তৰ মোৰ !
গুন্‌গুন্‌কই উঠিছে গুননি অতীতৰ কথাবোৰ !!
তুমি এৰিছিলা ই মন্দিৰ মোৰ, ষোড়শোপচাৰে স'তে ভৰপূৰ ;
এতিয়া পালাহি শূন্য মন্দিৰ একোৰে একোটি নাই !
গধূলি মলয়া বা এছাটিয়ে বিষাদৰ গীতি গায় !!

শত বেদনাৰ শত বিননিয়ে তোমাক আহ্বান কৰে ;
সাঁজৰ বেলিকা, প্ৰাণৰ দেৱতা ; আহি পালা এতেপৰে !
ধূপ-ধুনা ফুল একোৱেই নাই ; শূন্য প্ৰাণে মাথোঁ কৰে হায়, হায় !
কিহেৰে পূজিম তোমাক দেৱতা, সকলো অথলে গল !
আন্ধাৰ ঘৰত আন্ধাৰ হিয়াৰে পূজাৰী অকলে ৰল !!

তথাপি হিয়াৰ অন্তস্থল ভেদি উঠে যিটি হুমুনিয়া'
ডবা শঙ্খ কাঁহ আৰতিৰে মিলি হই যায় নাইকিয়া ;
পৰাণৰ যিটি পূজা-আৰাধন, প্ৰতি তৰাটিয়ে কৰে আৱাহন—
যাচোঁ যদি বাৰু দুখানি পদত সেই শেষ উপহাৰ,
জীৱন-দেৱতা, হবনে তোমাৰ সেয়ে যোগ্য উপচাৰ ?

---

ৰচিত, শিৱসাগৰ, ১৯২৬ ; প্ৰকাশিত 'বাঁহী', ১৬ শ বছৰ

# জীৱন-কবিতা

কি কবিতা লিখিম দুনাই !

হাঁহি-অশ্রু নানান ৰসেৰে, সুখ-দুখ বিবিধ ছন্দেৰে,

জীৱনেই কবিতা, সোণাই !

কি কবিতা ৰচিম দুনাই !!

হাঁহি-ৰেখা তিৰবিৰ কৰি মোৰ অশ্রু-কণিকাত পৰি

ইন্দ্রধনু কৰিলে ৰচনা ।

মোৰ এই অকিঞ্চিৎকৰ কিয় হীন মানৱী কল্পনা ?

কি কবিতা কৰিম ৰচনা !!

তাতে মায়া-কুঁৱৰীসকলে জুৰি দিগ-দিগন্তৰ বাণ,

দিলে ভেদি ত্রিদিৱৰ হিয়া, ঘূৰি আহি ললে নিজ স্থান ।—

কি কবিতা কৰিম নির্মাণ !!

ত্রিদিৱৰ হিয়া ভেদা সেই সকৰুণ বিননিটি উৰি,

এই শৰ পিছে পিছে খেদি আহি আহি পৃথিৱীৰ ফালে,

নাপাই সি সুৰৰ সন্ধান মোকে হায় অভিশাপ দিলে :—

'যাৰ হাঁহি-চকুলোৰ স'তে ৰচা ই ৱিচিত্র ইন্দ্রচাপ,

সিয়েই ভোগক এই তাপ !!'

পেলালে জীৱন সেয়ে পুৰি ? কি কবিতা দিম আৰু জুৰি !!

এনে অভিশাপ-শৰেৰেই ক্ৰৌঞ্চপখী নিষাদে বধিলে,
এনে দীপ্ত প্ৰতিভা-বাণেৰে, বাল্মীকিকো বাণীয়ে বিন্ধিলে!
তাৰে ৰামায়ণ অনুপম! —কি কবিতা কৰিম ৰচন!!
সেয়ে জীৱনৰ ৰামায়ণ, সেয়ে ৰাম-সীতা বনবাস;
সেয়ে হায় পাতাল-গমন; হৃদয়ৰ গভীৰ উচ্ছ্বাস!!
এয়ে সংসাৰৰ মাত্ৰ এটি কল্পনাৰ জ্বলন্ত সবিতা!—
মই কিনো ৰচিম কৱিতা!!
হাঁহি-অশ্ৰু নানান ৰসেৰে, সুখ-দুখ বিবিধ ছন্দেৰে
জীৱনেই কবিতা; সোণাই!
কি কবিতা ৰচিম দুনাই!!

ৰচিত গুৱাহাটী, ১৯২৯, 'বাঁহী', ১৯ বছৰ, ৪ৰ্থ সংখ্যা, আঘোণ, ১৮৫২ শক

## প্ৰথম কলি

'নউ ফুলোতেই পৰিল মাটিত ফুলনিৰ মোৰ প্ৰথম কলি!
'দেৱতাৰ নামে ই যে ফুলনিৰ পৱিত্ৰ তৰ্পণ, প্ৰথম বলি।'
'হৃদয়-তন্ত্ৰীৰ প্ৰথম গানতে তাল ভাগি গল, ভাগিল ৰস?'
'ই যে সঙ্গীতৰ গুৰুৰ নামত প্ৰথম মাননি, বিপুল যশ।'
'জীৱনৰ পোন জুৰিটিৰ ধাৰ মৰুৰ মাজত হেৰাল আহি!'
'সিও নেহেৰায়, অনন্ত বুকুত তাৰ সেই সোত ফুৰিছে ভাহি।'
'দ্বিতীয়াৰ মোৰ জোনটিৰ মই নেদেখিলো আৰু অমল প্ৰভা!'
'মেঘৰ আঁৰত ৰই চোৱা সউ বিৰিঙায় তাৰ অমৰ শোভা।'
'তেন্তে প্ৰিয় মই হেৰুওৱা নাই হেপাহৰ মোৰ প্ৰথম কলি?'
'বিশ্ব-মালিনীৰ ফুলনিত, প্ৰিয়ে, আছে সি তোমাৰ কলিটি ফুলি;
দুখনি বুকুৰ তেজেৰে ৰাঙলি হই আছে সোৱা দুগুণে জ্বলি।'

ৰচিত লখীমপুৰ, ১৯৩১ খৃঃ, প্ৰকাশিত 'বাঁহী', ২০ শ বছৰ, ৮ম সংখ্যা, আঘোণ ১৮৫৩ শক

# অশ্রু-অঞ্জলি

কি দেখিলি, পোনা ?  কি ৰাবে নেমেলি চকু
উলটিলি চুৱাৰবে পৰা ?  পোৱা বুকু
দুখনিকে পুৰি পুনু গলি কোন সতে ?
যি বাঞ্ছা আছিল পূৰিল নে নিমিষন্তে
সিটি ?  নহলেনো বাক কিহৰ ৰোষত
এদিনো আমাৰ দীন জীৱন-হাটত
নাপাতি সংসাৰ-বেহা গুচি গলিগই ?
এই তেজ-মঙহৰ দেহা এৰি থই !

পিছে, পোনা, শুদা দুটি দুৰ্ব্বল দেহৰ
মৰণৰ বীজ ভৰা তেজ-মঙহৰ
নহয় নহয় তই !  দুটি প্ৰাণ ভৰা
কল্পনাৰ অমৰ স্বপ্নৰ সাৰে' গঢ়া
অপাৰ্থিব ধন তই সপোন পুৰৰ ।
শৈশৱৰ হাঁহি-অশ্ৰু আৰু যৌৱনৰ
কামনা-ৰাগেৰে ৰঞ্জি' তই ইন্দ্ৰধনু ;
দেখা দিয়ে আকাশত মাৰ গলি পুনু !

মাৰ গলি জানো ?  মচ খাব পাৰিবনে,
ঋলি ৰৱ এই ৰূপ আৰু এশ গুণে ?
অৰূপ অসান্ত তই ; মূৰ্ত্তি ধৰি মাথো
অনন্ত আশাত দিলি বগাৰলে' সাকো ।
বগাম তাতেই ।  দ্বিতীয়াৰ জোন প্ৰায়
দ্বিতীয় পুত্ৰৰ মুখ নিমিষে লুকায়,

প্ৰতিপদ, জোন হায় এনেয়ে নেদেখি,—
দুয়োটিৰে লীলা ভাবি ৰম কাল লেখি।

পোনা, তই বাটকৰা অনন্ত বাটৰ,
কৃতাৰ্থ কৰিলি মোক ধূলি দি পাৱৰ
পদূলিত! আনো তোক কিহেৰে আদৰি—
ৰাৰীত এড়ালি যাব নগজে ডুবৰি?
সেই বুলি নেওচি নাযাবি তই দেই!
পুত্ৰৰূপে, বেদনাৰ ছন্দে' গঁথা এই
এফাকি কবিতা, তাৰে ৰচিছো অঞ্জলি;
পিতৃ-মাতৃ উভয়ৰ অশ্ৰুৰে মিহলি।

ৰচিত লখীমপুৰ ১৯৩২ খৃঃ, প্ৰকাশিত 'বাঁহী' ২১ শ বছৰ, ৬ষ্ঠ সংখ্যা; আহিন, ১৮৫৪ শক

—উছৰ—

# বিহুৱান

অসমৰ আকাশে-বতাহে
প্ৰাণে প্ৰাণে মিলন-হেঁপাহে
আজি পুত্ৰ-বিৰহ-কাতৰা
আছে য'ত ৰহি শোকাতুৰা,
তাতে তই মোৰ কবিতাই
জননীক কৰি নিচুকাই—
য'ত কোনো বিৰহী-প্ৰিয়াই
চকুলোৰে আঁচল তিয়ায়

বিয়পিল ভোগৰ বতৰা;
লোৱা এই সুখৰ যতৰা।
জননীয়ে বাটিটি সজাই
নঙলাৰ মুখলই চাই;
গাবিগই আগমীন গীত,
'আই! তুমি হোৱা হৰষিত।'
ধৰি পিছ-দুৱাৰ' বেৰত,
শোক-চিন্তা-আবেগ-ভৰত;

সেই—শেতা গাল দুখনিৰপৰা নিবি মচি বিৰক্ত-পৰশ,—
কবি—'প্ৰকৃতি যে আজি হাঁহিভৰা, তুমি কিয় অকলে বিৰস

য'ত দূৰ প্ৰবস্থুৰাজনে
অপেক্ষিছে আমনে-জিমনে
বিদেশৰ কোৱা-চিলা হই
'এয়া মই বিস্তুৰান লই
য'ত প্ৰিয়জনলই বোলা
এটি মাথো চেনেহ-টোপোলা,
বুকুৰ মাজত লুকুৱাই
কবি তই আনি উলিয়াই—
"বুঢ়া মেজি কুশলাৰ্থে" য'ত
মোৰ কবিতাই গই ত'ত
আজি তাৰ শিখায় শিখায়
স্বাৰ্থ, দুখ, হিংসা পাহৰাই
অসমেই সচা স্বৰ্গ আজি,
মিলন-দুন্দুভি উঠে বাজি
আজি এনে সুখৰ নিশান
এনে পুণ্য মিলনৰ গান
আজি এই শুভ মুহূৰ্ত্তই
পৰ্ব্বত, ভৈয়াম, হাবি, নই,
সুখ-উশাহেৰে ভৰপূৰ
এই পূৰ্ণ মিলনৰ সুৰ

অসময় ফালে মূৰ কৰি
স্বদেশৰ পৱিত্ৰ বাতৰি :
কৰিগই বতাহী কবিতা :—
পালোহি যে, মৰমৰ নিতা !'
আধকৰা কবিতা এফাঁকি,
লাজতে দিবসে' আছে বাকী
থোৱা সেই প্ৰীতি-উপহাৰ
'কিয় লাজ ইমান তোমাৰ ?'
উঠিছে সঘনে জয়-ৰোল,
মঙ্গলৰ খলকনি তোল ;
পূৰ্ণাহুতি ঢালি দিয়া হক ;
ভ্ৰাতৃ-ভাব বিয়পি পৰক।
উৰি গ'ল দুখৰ ডাৱৰ ;
প্ৰাণে প্ৰাণে পৱিত্ৰ ভাৱৰ।
দেশে দেশে লই ঘূৰি ফুৰা,
সুধা-কণ্ঠে সৱাকে দিভৰা।
জগতত যুগমীয়া হক ;
সৱাতে আনন্দ বিৰিঙক।
হক আজি জগত সুখীয়া,
উলাহেৰে ধৰা, অসমীয়া !

ৰচিত, গুৱাহাটী, ১৯২৪ : প্ৰকাশিত 'বাঁহী', ১৩ শ বছৰ, ১০ম সংখ্যা ; মাঘ, ১৮৪৫ শ

---

# নৱ বৰষত

হৃদয়ৰ মোৰ আজলী কবিতা— তায়ো যে আজি বিজুলী হল!
ক'ত নো আছিল নীলা মেঘখনি তাৰে এচুকে নিচুকি বল?
ইমান সুখৰ ভাবখনি মই নোৱাৰো হেৰ অকলে ব'ব;
বাটিয়ে বাটিয়ে চেনেহৰ জোল নোৱাৰো মই অকলে পিব।
হাঁহি-সাগৰত নাও তল গল, কাৰ নো মুখে বতৰা কওঁ?
নিজৰ বাতৰি জগতত ভৰা, ক'ত নো মোৰ বাতৰি থওঁ?
নিজৰ ৰঙতে মৈৰা চৰাইটি তেনেই আজি উকলিকৃত,
ক'ত কেনি থওঁ, নাই পোৱা ঠাই মোৰ হিয়াৰ একণি নৃত্।
নামতো বতাহী, কামতো বতাহী, তাইক আজি কোনে নো পায়?
মোৰ ই হিয়াৰ চেনেহ এধানি নিবলৈ তায়ো পাহৰি যায়!
বিহুৱা সদায়ে গাত বিহুলগা— সি জানো মোৰ বাতৰি নিব!
তপতে তপতে তপত চুমাটি চেনেহীক নি কোনে নো দিব!
নৱ বছৰৰ নতুন আশাটি হিয়াতে আছে গোপন হই,
আলফুলকই জগত-মাজত চোৰাই কোনে দিব নো গই?
খোপাত আঁৰিছে কত নো বিবিধে ন'কই এধাৰি কপৌ ফুল,
মোৰ ই হিয়াত আমোল-মোলোৱা স্নেহ-মালাৰ কি দিওঁ তুল?
দুগুণ উছাহে লেনিয়াই আজি ডালত বহি মাতিছে জিলি,
মোৰ উলাহৰ গীত ক'ত থওঁ? —জানোচা সেয়ে পেলায় গিলি!
মৰমৰ কথা ভৰি ভৰি আছে কুঁহিপাতৰ দুয়োটা পিঠি;
কিহত নো লিখি, দিম চেনেহীক মোৰো এখনি চেনেহ-চিঠি
ভেটা ভাঙি আহে জগতৰ হাঁহি, ক'ত নো হাঁহি অকলে থওঁ
বিশ্বৰ বতৰা একেলগ-লগা, বিলগে কিনো বতৰা কওঁ?
সেইহে হৰলা আজলী কবিতা তেনেই আজি বিজুলী হল;
মোৰ হিয়াৰেই একেলগ-লগা ব্ৰহ্মাণ্ড-হিয়াত মলঙি গল!

---

ৰচিত, গুৱাহাটী, এপ্ৰিল ১৯২৫; প্ৰকাশিত "সাধনা"

# নির্মালি

অনন্তৰ বীণৰ তাঁৰৰ সৰি গল আৰু এটি সুৰ,
সেইটিক পাহৰাই থই বাজে আন এটি সুমধুৰ।
এইদৰে অনাদি কালৰ কত সুৰ গলগই লীন,
বাজি ৰল অদৃষ্ট দেৱৰ সম্মোহন একেখনি বীণ!
আৰু কত সুৰ এইদৰে বাজি বাজি যাব লয় হই,
তাৰ আদি-অন্ত ইতিহাস কোনজন ৰব কবলই?
ছুটি এটি ক্ষীণ প্ৰতিধ্বনি হৃদয়ত থাকিব গুমৰি,
সিও কিন্তু দুদিনৰ বাবে; তাকো কালে পেলাব সামৰি।
তেন্তে মহা কাল-সমুদ্ৰৰ পাৰৰ ই নীৰৱ গৰ্জন,
জগতক নিচুকাই যোৱা মাথোঁ এটি মধুৰ শ্ৰৱণ;
বাজে তাত কাল-দেৱতাৰ চৰণৰ বিজয় নূপুৰ,
আৰু এই সসীম ধৰাৰ ভঙা-গঢ়া এটি সান্ত সুৰ।
লীন যায় তাৰ লগতেই কত গীত অমিল অজীণ,
হৃদয়ৰ স্নেহ-প্ৰীতি-ভৰা, হৃদয়ৰ স্নেহ-প্ৰীতি-হীন!
কিন্তু হায়! এই সকলোটি খন্তেকীয়া সপোনৰ খেল;
অনন্তৰ সমুদ্ৰ-পাৰত চোৱা দিব্য জেউতিৰ মেল!
আজি সেই মহা জলধিৰ মাৰ গল যিবা এটি ঢৌ,
তাৰ বাবে আছি আন এটি নয়নত পৰিল আকউ।
ছুয়োটিৰে সঙ্গম-স্থলিত অনন্তৰ সোণোৱালী ৰেখা,

তাত কিন্তু পাৰ্থিৱ গৌৰৱ, প্রেম, ঘৃণা—নাই একো লেখা ?
উজ্বলিছে মাথোঁ আজি তাত অনন্তৰ জেউতি বিমল,
ফুলে তাত শিৱ সুন্দৰৰ চৰণৰ শত শতদল।
নাই তাত অপ্রীতিৰে ভৰা সংসাৰৰ আকাঙ্ক্ষা অসাৰ,
নাই তাত বিৰহীৰ আজি চকুপানী বোৱা ধাৰাষাৰ।
কণ্ঠ ভৰি উঠে সেইদেখি শত গীত, শত স্মৃতি-গঁথা,
থাকি থাকি পৰিছে মনত কোন জন্ম-জন্মান্তৰ কথা।
মাৰ যায় অতীতৰ স'তে আজি শত ৱেদনাৰ গান,
বায় প্রাণ আগুৱাই দেখি অনন্তৰ বিজয় নিশান।
আহাঁ তেন্তে, সৱাকে মাতিছো, অভিমান কৰি দিয়া দূৰ,
অনন্তৰ পৱিত্র সুৰত সৃষ্টি আজি হক ভৰপুৰ।
শিৰে শিৰে মিলন-নির্মালি দিয়া আজি ব্রহ্মাণ্ড-ঈশ্বৰ,
ধন্য হক আজি সকলোটি, আজি এই নতুন বছৰ।

ৰচিত গুৱাহাটী : প্রকাশিত 'বাঁহী' ; ১৫শ বছৰ, ১৮শ সংখ্যা ; বহাগ, ১৮৪৭ শক

—প্রকৃতি—

## কণ্ঠহীন

আজি—শতেক বনৰ গুপুত মনৰ ব্যাকুলতা ধীৰে জাগিছে য'ত,
বিৰহী ৰোদনে বিহগ কণ্ঠেৰে বসন্ত-ৰাগিনী তুলিছে ত'ত ;
আজি সি সুৰত মোৰ ই কণ্ঠত সহস্র সঙ্গীত বাজিছে ক'ত ?
সউ—নীৰৱ নিকুঞ্জত গীত মুখৰিত, বায়ু-সাগৰত উঠিছে ঢউ ;
দূৰ অতীতৰ স্মৃতিটি উজাৰি আজি প্রতি কণ্ঠে ঢালিছে মউ ;

দেখোঁ সি সুৰত মোৰ ই কণ্ঠত   সহস্ৰ সঙ্গীত উতলে নউ ?

আজি—প্ৰকৃতি-ৰাজত উছুলি-মুছুলি, উছুলি-মুছুলি প্ৰাণৰ বীণ ;
নৱ কিশলয় চুমা-সাগৰত   আছে তল গই কি ৰাতি-দিন ।
আজি সি সুৰত মোৰ ই কণ্ঠত   সহস্ৰ সঙ্গীত কিয় বা হীন ?

মোৰ—হৃদ্-কণ্ঠ কিহে ধৰিছে গৰকি, আহিব সৰকি নোৱাৰে গান
সেইহে হবলা অপ্ৰকাশ ভাষা,   নোৱাৰে ধৰিব আপোন তান ।
কিয়নো হিয়াত মোৰ ই কণ্ঠত   সহস্ৰ সঙ্গীতে নেমেলে প্ৰাণ ?

গানে নামানে প্ৰবোধ, প্ৰকাশৰ বাধা ; খুজিছে ওলাব পাষাণ ভেদি,
হিয়াৰ মাজত ভাষা সুন্দৰীক   সেইহে গোপনে ফুৰিছে খেদি ।
কিয়নো লুকায়—মোৰ ই কণ্ঠত  সহস্ৰ সঙ্গীত দেখাকে নিদি ?

এই—শতেক মনৰ গুপুত মনৰ   ব্যাকুলতা ধীৰে জাগিছে য'ত,
বিৰহী ৰোদনে বিহগ কণ্ঠেৰে   বসন্ত-ৰাগিণী তুলিছে ত'ত ;
আজি সি সুৰত মোৰ ই কণ্ঠত   সহস্ৰ সঙ্গীত বাজিছে ক'ত ?

---

ৰচিত গুৱাহাটী, ১৯২২ ; প্ৰকাশিত 'বাঁহী' ১২শ বছৰ, ১০ম সংখ্যা ; ফাগুন, ১৮৪৪ শক

# পাগলী

কিয় তুমি পাগলী,
মুক্ত কেশে' মত্ত বেশে' শূন্য ধৰা আঁকো'লি ?
বিশ্ব-জগত মতলীয়া । পূৰ্ণ আজি নীলিম হিয়া
ৰূপ-গন্ধ-ৰসেৰে ।

তাৰ মাজত কিয় তুমি, উতল বায়ুৰ লহৰ চুমি
ফুৰা মত্ত বেশেৰে ?
ৰতি-সুখত মজা চকু, যৌৱন-গৰ্ব্বে উঠা বুকু,
মদন-মোহা নিতম্ব ;
হস্ত-মৃণাল কঁপি কঁপি,—অৰূপ ৰূপৰ মালা জপি
পিন্ধোৱা কোন অনঙ্গ ?
পৰ্ব্বত-মালাৰ দূৰে দূৰে, বুকুৰ নীলিম বস্ত্ৰ উৰে,
মুগ্ধ কৰে উদাসী ;
কৃষ্ণ মেঘৰ চুলিতাঁৰি ৰয় পাণ্ডু গণ্ড জুৰি,
হেৰা পূৰ্ণা ষোড়শী !
আজি উদাৰ গগন-তলে, গায় বিহগ দলে দলে,
নাচে সপোন-কুমাৰী,
কত যুগৰ অতীত স্মৃতি, কত কালৰ মিলন-গীতি,
উঠে হৃদয় গুমৰি !
নতুন ফুলে, নতুন পাতে, কত কালৰ স্মৃতি মাতে,
কত আবেগ-অমূৰি !—
তোমাৰ প্ৰাণত নৱ যৌৱন আহি পালে কঁপাই পৱন,
দিলে ইমান জুমুৰি ?
ইমান আকুল হিয়াখনি, বায়ুৰ ইমান হেন্দোলনি !
কোন নো ব'ৰ থিৰেৰে ?
সেইহে জানো আকাশ জুৰি, তোমাৰ বসন পৰে উৰি
তাৰৱ খেলি ধীৰেৰে ?

হিয়াত তোমাব কি ফুল ফুলে? একো নাই তাব ৰূপে-তুলে
বিশ্ব পেলায় আমোলি ;
তাবে গোন্ধত পাগলিনী, তাকে বিচাৰি ফুৰা তুমি
চিত্ত তোমাব আকুলি।
বনে বনে সেই হে আজি, উঠে ইমান সঙ্গীত বাজি,
নাচে মায়া-ময়ুৰী ;
মেঘৰ আঁৰত চপল খেলা, কুঞ্জে কুঞ্জে প্ৰণয়-মেলা
ৰহে অতীত স্মুৰঁ বি।
আবেগপূৰ্ণ গহীন পৱন, সংগীত ভৰা ৱন-ভৱন,
স্নেহাকুল লহৰী ;
দুকুল-দাকাল ৰূপৰ সাগৰ,—পাৰ ভাঙি উঠে লহৰ,
ধৰাত পৰে বাগৰি।
কথাত মগন নিজন কানন, গিৰি-পৰ্বত, কুঞ্জ-ভৱন,
যত নিমাত নিজৰা ;
নতুন বেশে' কাচি সাৱে, কণ্ঠত নবীন কলৰৱে
গুলায় ৱন-ৱধুৰা।
তাতে এনে মত্ত বেশে, কাৰ বা হস্ত-পৰ্শন-আশে
তোমাব এনে ব্যগ্ৰতা ?—
'ৰিক্ত হাতে' কিবা ধৰোঁ ? কাৰ চৰণ পৰশ কৰোঁ ?
কোন প্ৰাণৰ দেৱতা ?
নৱ-যৌৱন সুধা-ভাণ্ডাৰ, কাক প্ৰদান কৰা তোমাব ?
কাৰ প্ৰসাদ-ভিখাৰী ?

কি বা আলো কি বা ছাঁয়াত, কোন লুকাল শূন্য-মায়াত,
তেওঁকে ফুৰা বিচাৰি ?
আজি তোমাৰ মোহত মুখত, জিলিকিছে সুৰাগ-সুখত
বসন্ত-ৰাগ-ৰক্তিমা ;
ধৰণীত তাৰ ছিটিকনি পৰে হেমপ্ৰভা জিনি,
চৰায় তাৰো গৰিমা।

ৰচিত গুৱাহাটী, মাৰ্চ, ১৯২০ ; প্ৰকাশিত 'বাঁহী,' ১১শ বছৰ, ২য় সংখ্যা ; জেঠ, ১৮৪৩ শক

# মাধুৰীৰ ধল

দিনৰে দিনটো ৰৰষিয়ে আছে মাধুৰীৰ শতধাৰ,
আকউ আহিছি জোনাকৰ ধল ফাগুনৰ পূৰ্ণিমাৰ।
সৰগৰ ভেটা, মৰতৰ ভেটা, দুখীয়া পজাৰ ভেটা ;
সকলো উটাই- বুৰাই আহিছি, ক'বে ঐ পগলা সোতা!
জনমৰেপৰা ভালপাওঁ বুলি গুৱনী জোনাক তোক,
এনেটো সোতেৰে কোনোবা দেশলৈ উটাই নিনিয়া মোক।
ক'ত সাচিছিলি ইমান সুখৰ ইমান মেঘৰ ভাৰ ?—
এতিয়া ঢালিছ এনেকই পানী অমৃতৰ বাৰিষাৰ।
নোৱাৰো হেৰেই একেলগে মই ইমান মাধুৰী পিব,—
নোৱাৰো নহয় ইমান মাধুৰী অথলেই যাব দিব!
যদিও জানিছ, পিয়াহত মোৰ থস্তেকো নাথাকে প্ৰাণ ;
জানই নহয়, মোৰ এই ডিঙি কিমান এধানমান!

ফাগুনৰ হেৰ,  সকলো মাধুৰী ।  আকলুৱা চিত্ত মোৰ,
অকণি পুতউ  বিচাৰিছো মই,— সুতুলিৰি তাৰে হোৰ ।
মোৰ ভগা বহা  ভগা ছুৱাৰত  ইমান মাধুৰী থই,
একে সময়তে  মোৰে সতে হেৰ,  উটাই নিনিবি গই ।
মহা মদিৰাৰ  মহা থালি পাতি  ইমান সুখৰ জোল ।—
নালাগে নাচাওঁ,  চালেই জানোচা  মন হই বয় ভোল !
মোৰ এই সক  নলিটি মাথোন  তাতেই বুৰাই থই,
দে মোক, দে মোক  তাকে চিৰকাল  চুহিয়ে থাকিবলই ।
সংসাৰ-ধকুৱা,  কালৰ ধকুৱা,  খন্তেক আঁতৰি ৰোৱা ;
এনিমিষ মাথো  এটি অনন্তলে'—  বই মোক চাই যোৱা।
অনন্তৰ অন্ত যেতিয়া পৰিৱ,  অন্তৰৰ তৃষ্ণা যেতিয়া হৰিৱ,
তেতিয়া গুটাম  সকলোৰে ধাৰ,  —যেতিয়া মৰণ হব ;
কিন্তু, অমৃত খালে নো মৰণ থাকে নে, কোনে বাক মোক কব ?
কোৱাচোন হেৰা—'এই অনন্তৰ  অন্তই আছে বা ক'ত ?'—
কেনে কই গল—  'অমৃতৰ স'তে  পৰাণ মিলিব য'ত ।'

---

ৰচিত, খাৰঘুলি ; গুৱাহাটী, মাচ ১৯২৪, দোলপূৰ্ণিমা ; প্ৰকাশিত "বাঁহী" ১০ শ বছৰ

—যৌৱন—

## ফাগুন

আজি ই ফাগুন দিন,
ৰাজিছে নীৰৱে প্ৰাণৰ প্ৰাণত কি নো অভিনৱ বীণ ।
চৌদিশে তাৰেই সুৰ
অস্ফুট ধ্বনিৰে গগন-পৱন সকলোতে ভৰপুৰ ।
জুৰিয়ে জুৰিছে গীত ;
পুৰণি বীণত বেপ দিওঁতেই চিত্ত মোৰ পুলকিত ।

বিহগে ধৰিছে তান ;
কত যুগ ধৰি জাপ গই থকা মুকলি কৰিছে প্ৰাণ।
মেঘে মেঘে পাতি কোলা
কাৰ সুকোমল চৰণৰ বাবে সজায় উৰণ-দোলা ?
বতাহে বাইছে বেণু ;
বেণুৰ সুৰৰ নাৱত এনাও আহিছে সুগন্ধি ৰেণু।
মলয়াত আছে উৰি
কোন সুদূৰৰ নন্দনা দেশৰ পুৰণি বাতৰি ফেৰি ?
কি নো উদ্দেশ্যৰ বাঁহী
শুনি আজি যেন দ্যুলোক ভূলোক গীতত পৰিছে ভাহি।
কিনো উছৱত ভোৰ
তৃণ-তৰু-লতা, প্ৰাণীৰ সমাজ,—তালৈ নিমন্ত্ৰণ মোৰ।
চঞ্চল পৱনে পাই,
কোন দেশলৈ আজি মোৰ প্ৰাণ নিয়ে ৰাক উৰুৱাই ?
যৌৱন জাগিছে ধীৰে !
কোন নয়নৰ পুতলি নাচিছে আজি কল্পনাৰ তীৰে ?
এৰিলো আপোন ঘৰ ;
কোন উছৱৰ বাজনা বাজিছে ?—তালৈ উধাও মন।
ওলালো বৰাগী বেশে' ;
সেই তাহানিৰ আধা-গোৱা গান গামগই দেশে দেশে।
আহিলো উলাহে মই ;
সপোনৰ সুৰে আত্মা জুৰিলে,—জীৱন কৰিলে জয়।

---

ৰচিত, গুৱাহাটী, মাৰ্চ, ১৯২১ ; প্ৰকাশিত 'বাঁহী', ১৩শ বছৰ ১১শ সংখ্যা ; ফাগুন, ১৮৪৩ শক

# যৌৱন যিদিনা জাগে

[ গাভৰুৰ কথা ]

সেই দিনা ফাগুনৰ কিনো হায় নিলাজ পৱন!
উৰুৱাই বিহাৰ আঁচল, ৰুৱপৰা আহি জানো
সমীৰণ উতলা, পগলা,—কৰি থোৱা অতি সুযতন
দুটি বুকু দিলে উদঙাই? দেখি সেই উদঙ্ বুকুটি,
সন্মুখৰ সি জড় প্ৰকৃতি, হায়, যেন উঠিল শিয়ঁৰি!
সন্মুখত আৰু কি দেখিলো?—কেউপিনে সহস্ৰ নয়ন,
অৰ্থ তাৰ একো নুবুজিলো; বিস্ময়ত উঠিলো চিয়ঁৰি।
সেই দিন ধৰি দেহি! বাজিছে প্ৰাণত যেন
থলক লগাই সেই অন্তহীন একেটি বাজনা!
নেদেখা একেটি জোনে বৰষিছে ধাৰাষাৰ
আনি যেন ক'ৰবাৰ তৃপ্তিহীন উতলা জোছনা!
জোনায়ে পোহৰ দিয়ে, ফৰতে মাধুৰী পিয়ে;
মোৰ কিন্তু পৰাণত কি যে এক নজনা বাসনা!
পোহৰ আগচি ধৰে, কৰুণ নীৰৱে ৰবে
ভ্ৰান্তিপূৰ্ণ জীৱনৰ সকলোটি জোনাকী ভাৱনা।
সিদিনা পৰিছে খহি আৰু মোৰ হিয়াৰ ঢাকোন;
আত্মাৰ পদ্মপাহি, গুপুতে গৰকি ৰথা
ইমান অথিৰ তাৰ হাঁহি—মুকলিল সকলো দেখোন!
পৰাণৰ প্ৰতি স্নেহ-ৰেণু, মলয়াত ফুৰে উটি;

ক'ৰ যেন বাজি উঠে বেণু! চউদিশে কিহৰ উন্মাদ?
এৰোকে নেদেখা হলো থিৰ,—যেন কোনো পূজাৰীয়ে
দুৱাৰে দুৱাৰে প্ৰকৃতিৰ, বিতৰিলে মাদক প্ৰসাদ!
মোৰ মগ্ন যৌৱনৰ এই মহা উছৱৰ দিন,
ঘাটে-বাটে, দুৱাৰে দুৱাৰে, মুকলি-মূৰীয়া হই
ফুৰিছিল ছদ্ম পৰিধানে' সমীৰ-বাহিনী উদাসীন।
সেই দিনা প্ৰতি অঙ্গে মিলনৰ পৰশ বিচাৰি,
প্ৰণয়ৰ সঙ্কেত প্ৰচাৰি, হইছিল মিলন-বাতুল;
কাক যেন পাব সন্মুখত, আদৰিব হিয়াৰ বুকত!
কোন সেই গুণনিধি, যাৰ ৰূপ-বিভৱ অতুল?
প্ৰাণৰ সোণৰ সপোনৰ, কোন সেই কামনা-কুমৰ—
উঠিছিল যাক দেখি উষাৰ যৌৱন-মোহ জাগি?
চৌদিশে তাৰেই ছবি দেখি, সোতমোচ খাই
লাজতেই মুচ্‌কচ্‌ গই নিজতেই পৰো মই ভাগি।
সেই দিন ধৰি, দেহি! শোওঁতে-খাওঁতে মোৰ
আছি সেই মন-চোৰ, কৰে মোক নিতউ বিভোৰ;
চকুৰে খুজিলে চাব, কৰবাৰপৰা আনি
বোলাব দুগাল সানি ৰঙা ৰঙা লাজৰ সেন্দূৰ।
এই দুটি নিতম্বৰ, কিবা হায় আড়ম্বৰ!
প্ৰতি খোজ কঁপে এই সুগহীন নিতম্ব-ভৰত।
নোৱাৰো ৰাখিব বান্ধি, হিয়াৰ দুৱাৰখনি
হঠাতেই মেল খায় মৃদু মন্দ বায়ুৰ বেগত।

যৌৱন যিদিনা জাগে সৌন্দৰ্য্যৰ কালিন্দী তীৰত,
সেই দিনা জানো কাৰ নিৰমালি পৰিল শিৰত !
তেওঁ কোন নিষ্ঠুৰ অনঙ্গ, যাৰ বাণে শৰীৰ-সৰ্বাঙ্গ
আজি মোৰ ইদৰে পুৰিছে ?—
ৰঙপৰা চকুৰ পাহিৰে, মনোৰম কল্পনা-হাঁহিৰে,
এইদৰে জীৱন জুৰিছে !
জীৱনৰ অময়া পুৰৰ, কি সুন্দৰ কুসুম-কোঁৱৰ !
তেওঁৰেই সৌন্দৰ্য্য-হাটত
বিকি মোৰ অনন্ত যৌৱন, আজি মোৰ সাৰ্থক জীৱন !
—মগ্ন মই অসীম প্ৰেমত।

---

ৰচিত, শিৱসাগৰ, মাৰ্চ ১৯২১ ; প্ৰকাশিত 'বাঁহী', ১৩শ বছৰ, ৪ৰ্থ সংখ্যা; শাওণ, ১৮৪৫ শক।

# যৌৱন যেতিয়া যাব

যৌৱন যেতিয়া যাব, —ৰঙা বেলি ভটিয়াব—
তেতিয়া থাকিব জানো মোৰ
অন্তৰ-ফুলনিখনি জাতিষ্কাৰৰূপে ফুলি,
উতলা চিন্তাৰ অলিবোৰ ?
ৰ'ব জানো পিব্ পিব্ এইদৰে শিৰে শিৰে
নৱ তেজ, নবীন উছাহ ;
প্ৰাণে প্ৰাণে প্ৰকৃতিৰ ৰ'ব জানো এইদৰে
মিলনৰ অতৃপ্ত হুতাহ ?

চুমাতেই মজি থকা বঙা নৱ কিশলয়
পৱনত যেনে কঁপি উঠে,
অশ্ৰান্ত অক্লান্ত হই কঁপিব নে সদায়েই
আলিঙ্গন-আশে ছুটি ওঁঠে ?
চুচুক-চামাককই ঠিয় হই সাদৰীৰ
প্ৰণয়ৰ দুৱাৰ-দলিত,
বিচাৰিব জানো প্ৰাণে · দুগাল চুমাৰ ভিক্ষা
নিমজ সি গাল দুখনিত ?
যৌৱন যেতিয়া যাব, প্ৰাণত তেতিয়া জানো
জলপ্ৰপাতৰ বেশ ধৰি
কল্পনা-টিঙৰপৰা ভাষা-ভেঁয়ামেদি নামি
গীত মোৰ পৰিব বাগৰি ?
বন-ফুল যেন হই প্ৰাণৰ কৰিতাবোৰ
উঠিব আপুনি জানো ফুটি ;
—হৃদয়-তটিনী স'তে প্ৰাণ মোৰ হাঁহি হাঁহি
অনন্ত উদ্দেশে যাব উটি ?
সন্ধিয়া আকাশে জানো তেজৰ বহল পিন্ধি
উজলাই তুলিব দিগন্ত ;
—তাকেই দাপোণ বুলি তাৰ মাজে চাম জুমি
প্ৰেমময় মধুৰ অনন্ত ?
গছৰ পাতত মই ইদৰে শুনিম জানো
তেতিয়াও প্ৰণয়-আহ্বান ;

প্ৰিয়াৰ আগত মোৰ জ্বলিব নে তেতিয়াও
প্ৰণয়-সুৰগা—অভিমান ?
যৌৱন যেতিয়া যাব জ্বলিব নে তেতিয়াও
জুই মোৰ জাতীয় প্ৰেমৰ ;
সমাজৰ দশা দেখি ভাগিব নে তেতিয়াও
মোহ-স্বপ্ন বিলাস-ভেমৰ ?
সব নে কোলাত তুলি তেতিয়াও দয়া কৰি
আপোনাৰ ঘৰ-জেউতিয়ে ;
থাকিব নে তেতিয়াও জীৱনৰ বট-বৃক্ষ
মেৰিয়াই মৰম-প্ৰীতিয়ে ?
থাকিব নে এই ভাব,— মোৰ স্নেহ বাঁটি দিম
প্ৰিয় সমাজৰ জনে জনে ;
সৰ্ব্বশক্তি সমৰ্পিম সমাজৰ সেৱাতেই
আজীৱন লাগি প্ৰাণপণে ?
যৌৱন যেতিয়া যাব ৰব জানো তেতিয়াও
দেহাৰ ই লাৱণী গঠন ;
নিপোতল মুখখনি, চিকমিক কলা চুলি,
ভাবাভৰা চকুৰ চাৱন ?
প্ৰাণত তেতিয়া জানো সহস্ৰ বসন্ত আহি
তুলিবহি সৌন্দৰ্য্যৰ ধল ;
খোজেপতি ধৰণীত উঠিব বিকশি জানো
যৌৱনৰ স্বৰ্ণ শতদল ?

মুখৰিত হব জানো সহস্ৰ কোকিল-কণ্ঠ
তেতিয়াও কুঞ্জ-বিপিনত ;
মউপিয়াটিয়ে জানো মউ পিওঁ পিওঁ কৰি
তুলিবহি আবাৰ প্ৰাণত ?
একেটি মুৰলী-ধ্বনি শুনিলে তেতিয়া জানো
শ্ৰৱণত উথলিব মউ ;
যৌৱনৰ সমুদ্ৰত গৰ্জিব তেতিয়া জানো
ঢউৰ ওপৰে উঠা ঢউ ?

ৰচিত শিৱসাগৰ, ১৯২১ ; প্ৰকাশিত 'বাঁহী' ১২ শ বছৰ, ১ম সংখ্যা : বহাগ, ১৮৪৪ শক

—জীৱন—

# জীৱন

মোৰ নে জীৱন এক চিন্তাৰ সাগৰ,
নতু ইও আতমাৰ পথৰ ভাগৰ ?
সুধীৰ বসন্ত-বায়ু বয় সুশীতল,
তথাপি প্ৰাণত উঠে কিহৰ উতল ?
পৱনত চৰি আহে বিষাদ-ৰাগিনী,
মোৰো কি জীৱন তাৰে করুণ বিননি ?
নতু পূৰ্ব্ব জনমৰ কিবা অভিশাপ
মোৰ ভগ্ন হৃদয়ৰ উত্তাপ বিলাপ ?
গ্ৰীষ্মৰ বদত ক'ৰ ছাটিফুটি প্ৰাণ,
তাৰে হে চেপাত মোৰ যাতনা ইমান ?

মেঘত ওলমি থাকে ভব বাহিৰাৰ
কলীয়া ডাৱৰছটা ঘোৰ নিৰাশাৰ—
মোৰো নে জীৱন আছে সেয়ে ওন্দোলাই,
জীৱনত প্ৰীতিহীন অসূয়া বিলাই ?
মধুৰ বাসন্তী পুৱা উদিত তপন,
লগে লগে বাঢ়ি আহে হিয়াৰ যাতন।
উষাৰ বেঘাত জ্বলে শান্তিৰ কণিকা,
সিও মোৰ তৃপিতিৰ মিছা মৰীচিকা।
প্ৰীতিময়ী নীলিমা যে প্ৰী.তৰ আকৰ,
তাতো কিয় অগ্নিময় খেল ডাৱৰৰ ?
নোযোৱা-মুপুৱা মোৰ চিন্তাৰ ৰজনী,
প্ৰভাততো শান্তি তেও নাপাওঁ অকণি।
লাহে লাহে ডুপহৰ ছবি মূৰ্ত্তিমান,
তাতো মোৰ অতৃপ্তিৰ নাই অৱসান।
কত আলো কত ছাঁয়া যায় পাৰ হই,
মোৰ সুখ-শান্তি হেতু অলপো নৰই।
ভাৰ পাছে পছিমত কত ৰঙ খেলি
মাৰ যায় আকাশত ৰঙচুৱা বেলি ;
আনন্দৰ দোলযাত্ৰা কৰি সমাপন
ঢালে হৃদি-লোহিতত লোহিত বহন।
থৰ হই চাওঁ মই ৰবি-অৱসান,—
সৰগ-মৰত জোৰা স্তম্ভ বিদ্যমান।

ভাবোঁ, এই স্তম্ভ নে কি অজৰ অমৰ,
—জীৱন্ত চানেকি ৰূপ পবিত্ৰ প্ৰেমৰ ?
এই যে কনক-স্তম্ভ, অনন্তৰ হেতু
দুখনি হিয়াৰ মাথো মিলনৰ সেতু ;
সৰল প্ৰেমৰ এয়ে আদৰ্শৰ পট,
ইয়াতেই প্ৰবৰ্ত্তিছে সুন্দৰ জগত ?
কিন্তু মায়া-কুঁৱৰীৰ অদ্ভুত সৃজন,
নিমিষতে চুৰমাৰ শোণিত বহন ;
শূন্যত ধীৰেৰে কঁপে সাঁজৰ আৰতি,
তাতে পুনু মাৰ যায় প্ৰাণৰ তৃপিতি !
কেনিবাদি উতি যায় শান্তিৰ কণিকা,
সমুখত পৰি ৰয় ছাঁয়া-যৱনিকা।
মোৰ কি জীৱন তেনে দুখ-পয়োধৰ,
লগে লগে উঠি আছে পুৱা অৰুণৰ ;
সন্ধ্যা আকাশৰ গাত গুজৰি-গুমৰি
মাৰ যায় অগ্নিময় জীৱন সামৰি ?
নতুবা—আমাৰ এই মানৱ জনম,
উষাৰ আগতে হোৱা জীৱনৰ ৰণ ?
আলো-আন্ধাৰৰ কত তুমুল সংগ্ৰাম,
তাৰ পিছে জীৱনৰ ভূমানন্দ ধাম ;
নাচে তাত গৌৰাঙ্গৰ মূৰতি মোহন,
শিৱ-সত্য-সুন্দৰেও চুলায় চৰণ।

জগতে যেতিয়া পায় সৃষ্টিৰ জাননী,
মানৱ প্ৰাণতে তাৰ প্ৰথম কঁপনি ;
সৃষ্টি অভিনৱ লীলা ইয়াতে বিকাশ,
ইয়াকেই কেন্দ্ৰ কৰি বিশ্ব পৰকাশ।
সেইহে জীৱন পুণ্য ঋষি-তপোবন,
ফুৰে তাত কল্পনাৰ মুনি-কন্যাগণ।
ওপৰত তৰা আছে অনন্ত গগন,
তলত জ্বলিছে কাৰ পূত হুতাশন ?
কোন মায়া-কুহকীয়ে ৰাখে মোক ছলি,
মোৰ যে জীৱন সেই যাগৰেই বলি।
অনন্ত আস্ফালি উঠা ঢউ দেখি মই
পাহৰিছো মোৰ মৃদ মন্ত্ৰ দিগ্বিজয়।
শূইনত সংগীতৰ মহা কলৰৱ
তাকো শুনি প্ৰাণ মোৰ কিয় বা নীৰৱ ?
প্ৰকৃতিত সেই সুৰ শুনি এতিয়াও
উঠিব নে পৰাণত দুখৰ আৱাৱ ?
বয় মত্ত ৱসন্তৰ সমীৰ-বাহিনী,
তাত কিয় ভোল যায় বীণৰ ৰাগিনী ?
এই যে মানৱ-প্ৰাণ উদ্দেশ্য মহান,
মানৱ জীৱন মহা বিধাতাৰ দান ;
বিলাস-বিৰাগ মাথোঁ ছাঁয়া জীৱনৰ,
একোটি নহয় সুখ-সামগ্ৰী প্ৰাণৰ।

নাই কেও, মই মাথোঁ, অকলশৰীয়া;
এই পুণ্য অনন্তৰ দুৱাৰধৰীয়া।
ময়ে মহা মানৱৰ জীৱন-দুৱৰী,
অনন্তৰ চৰণৰ প্ৰসাদ-ভিখাৰী।
মোৰ হাঁহি-অশ্ৰুজলে স্বাৰ্থৰ কাৰণে
মিছাতে ৰাখিছে মোক বান্ধি অতদিনে।
ক'ত সেই ধ্ৰুৱ সত্য মুকলি পদুম,
ক'ত এই মায়াময় আকাশ-কুসুম!
ক'ত সি অনন্তব্যাপী উদাৰ আকাশ,
য'ত মোৰ আতমাৰ ভাতি পৰকাশ—
ৰাতি-দিন সমভাৱে যাৰ উদ্দীপনা
জ্বলিছে অনন্ত কাল প্ৰেম-জ্যোতিকণা?
কত ই পাৰ্থিৱ সুখ, মায়ামুগ্ধ জীৱ;
ক'ত মোৰ মায়ামুক্ত আত্মা-সদাশিৱ?
মোৰ মুকুতিৰ থান্ মহা জীৱনৰ
ক'ত সেই জীৱনৰ কৈলাস শিখৰ—
য'ৰ ডম্বৰুৰ ধ্বনি কৰি আওকাণ
হৃদয়ত বাঢে মোৰ উন্মাদ ইমান?

---

গুৱাহাটী, মাৰ্চ, ১৯২০; 'বাঁহী', ১১শ বছৰ, ১০ম ১১শ সংখ্যা; মাঘ-ফাগুন, ১৮৪৩ শক

# উল্কা

কবপৰা পালি তই,
মিলন-বাসনা লই
চিৰকাল লাগে তোক
শৰীৰৰ প্ৰতি অণু
গ্ৰহে গ্ৰহে আকৰ্ষণ,
পৰাণীৰ সমাজতো
এটিক নাপালে, দেহি !
টানি লব আন এটি
এইদৰে আঁতৰাই
আৰম্ভে সৃষ্টিৰ যজ্ঞ
জনমিয়ে জগতত
জননীয়ে নিচুকায়
মাতৃৰ বিৰহ কিন্তু
প্ৰাণ যেন উঠে কান্দি
আছে আন এটি কাল,
শৈশৱৰ লগৰীৰে
ইটিয়ে সিটিৰ মথে
ঢালি দি গোটেই প্ৰাণ
কিন্তু তাত উঠে বাঢ়ি
সমুখত উপস্থিত
শৈশৱৰ যৌৱনৰ
তপত শোণিত নাচে

প্ৰাণ, তোৰ এনুৱা বিলাস ?
নিতে তোৰ অন্তৰ উদাস !
মনে-বছা এটি লগৰীয়া,—
আনটিৰ কাৰণে বলিয়া।
তাৰকাত বিদ্যুত স্পন্দন ;
এটিৰে আনটিৰ বন্ধন ;
আনটিয়ে লগৰী বিচাৰি
চেনেহৰ জীৱন-লগৰী।
ব্ৰহ্মাণ্ডৰ কোন দুটি প্ৰাণী,
শিৰে লই বিৰহৰ বাণী ?
বিৰহ-কান্দোন আৰম্ভণ ;
মুখে কৰি দান দুটি স্তন।
এখন্তেকো সহিব নোৱাৰি ;
সুঁৱৰিলে, মাতৃক বিচাৰি।
শিশু-ক্ৰীড়া-অভিনয় স্থান,
সলনা-সলনি কৰা প্ৰাণ।
অন্তৰৰ অমিয়া-সাগৰ,
‘শাঁত কৰে’ প্ৰাণৰ ভাগৰ ;
বিৰহৰ অনন্ত যাতন,—
প্ৰথমৰ উদ্‌ভ্ৰান্ত যৌৱন।
এই মহা সন্ধিৰ স্খলিত,
শিৰে শিৰে কেনে অখলিত।

এটি অঙ্গে অনুৰূপ
আনটিৰ মিলন বিচাৰি
খোজে দিব প্ৰাণভৰা
মউখিনি অন্তৰ উবাৰি ;—
মুখতে লগাই মুখ
কিবা ৰূপে দিব জানো পাৰি,
অনন্ত কালৰপৰা
সাঁচি থোৱা বিৰহ-মাধুৰী ?
অগণন তৰা যেন
অগণন পৰশ ওঁঠৰ,
পৰশে পৰশে প্ৰাণ
বই বই যুগ-যুগান্তৰ ;
প্ৰতি যুগ-যুগান্তৰে
ঢালি ঢালি প্ৰাণৰ হেঁপাহ
অতৃপ্ত, অতৃপ্ত প্ৰাণ !
—ক'ত শেষ মিলন-হুতাহ ?
চকোৰৰ দৰে বই
চাকি চাকি সেই ৰূপ-কলা,
যাব যুগ-যুগান্তৰ,
দেহ মোৰ হব স্তব্ধ শিলা ;
ওপৰে বাগৰি যাব
অনন্তৰ কত শত ঢউ,
—নিজৰি থাকিব মাথোঁ
পৰাণত সৌন্দৰ্য্যৰ মউ ;
হব দেহ-ৰূপান্তৰ,
সকলোৱে ৱৰণ সলাব,
তথাপি, তথাপি প্ৰাণ
কাৰ বাবে উচুপি থাকিব ?
এয়ে নে এয়ে নে প্ৰাণ !
পূৰ্ব জনমৰ অভিশাপ ?
সকৰুণ গীত তোৰ,
নিকৰুণ হিয়াৰ বিলাপ !
আত্মা, আত্মা ! তুমি
অন্তহীন, অক্ষত, অব্যয় ;
তোমাৰ চৌপাশে ঘূৰে
জাগতিক সৃষ্টি স্থিতি লয় ।
তোমাকেই কেন্দ্ৰ কৰি
ঘূৰে জৰা যৌৱন কৌমাৰ—
মিলন-ৱাসনা মাথো
সাংসাৰিক প্ৰাণত তোমাৰ ।
তোমাৰ ওপৰে ঢউ
গৰজিছে কাল-সাগৰৰ,
তালই ভ্ৰূক্ষেপ নাই,
বিচাৰিছা লগৰী লগৰ ।

কেতিয়াবা হঠাতেই মিলিবহি সি শুভ লগন,  
জুবণি লভিবা পাই সেই সত্য শিৱ সনাতন।—  
তেন্তে কিয় গঁথা আছা এইদৰে ইন্দ্ৰিয়' লগত,  
কিয়নো পৰাণে যোগে দিয়ে এই বিষয়-ভোগত ?  
ইন্দ্ৰিয়ে সাবটি ধৰে ভুল কৰি আকাশ-কুসুম ;  
নোহে সত্য, নোহে ই যে মঙ্গলৰ মুকলি পদুম !  
প্ৰাণে ধৰে ভুল কৰি কিবা বস্তু স্থূল জগতৰ,  
নাজানে বিষয় ফেৰা দেহি, কেনে আত্মা-কষ্টকৰ !  
নাচিছে প্ৰাণত নিতে টলবল এটি 'গুপ্ত মন',  
সেয়ে হে প্ৰকৃত বস্তু, সেয়ে হে যে সাধনাৰ ধন !  
নীৰৱে প্ৰাণত মোৰ পশিছেহি আজি ৰিণি ৰিণি,  
কিবা মহা মঙ্গলৰ করুণা ৰঞ্জিত মউ-বাণী :—  
"সৰ্ব্বধৰ্ম্মান্ পৰিত্যজ্য মামেকং শৰণং ব্ৰজ।  
অহং ত্বাং সৰ্ব্বপাপেভ্যোঃ মোক্ষয়িষ্যামি মা শুচ॥"  
উককা সিদেখি আজি জীৱনৰ মহা উছৱৰ,  
পৱিত্ৰ মলয় আহি বয় মোৰ পূৰ্ণ যৌৱনৰ।  
নাচিছে প্ৰাণত মোৰ টলবল যিটি 'গুপ্ত মন',  
কৰিম সাধনা মই হৃদয়ত সেই মহা ধন।  
যৰপৰা আহিছিল আতমাৰ এই ফিৰিঙতি,  
তাতে পুনু মাৰ গই পূৰ্ণ হব অনন্ত অতৃপ্তি।

ৰচিত, গুৱাহাটী, এপ্ৰিল, ১৯২১ ; প্ৰকাশিত 'বাঁহী', ১২শ বছৰ, ১ম সংখ্যা, বহাগ ১৮৪৪।

# নিমন্ত্ৰণ

যতনেৰে ধৰিছিলো তুলি মোৰ স্নেহ-গঁথা উপহাৰ,
মৰমেৰে নললা সামৰি— অভিমান ইমান তোমাৰ!
তোমাৰ সি চৰণ-তলত অযত্নত, বিনা আদৰত,
মৰহিব সেই উপহাৰ;
দুদিনৰ পাছত মাথোন তুমি কত দেখিবা সপোন!—
তাকে লই কান্দিবা বিনাই গণি তাতে দশা আপোনাৰ।
দিন-ৰাতি অশ্ৰুৰ জলত পুনু ঠন ধৰিব ফুলত;
পাবা তাৰ উত্তপ্ত হৃদয়, মোক কিন্তু দুনাই নোপোৱা;
অনাহুত বসন্ত-সমীৰ আহি প্ৰাণ কৰিব অধীৰ,
মত্ত হব উদাস পৰাণ! কিবা যেন বিচাৰি তেতিয়া
তুমি হায় হবা মতলীয়া;
দৃষ্টি-ৰেখা নৰব থিৰেৰে; —যউবন জাগিব ধীৰেৰে!
শুনা সউ বাজে দূৰণিত কি মধুৰ মোহন মুৰুলী!
শুনা তাৰ শতেক আহ্বান— জননীয়ে যাচিছে উকলি।
মুৰুলীৰ আজি সি সুখৰ পুলকত প্লাৱিত ধৰণী;
মিলে আজি মহা দুটি প্ৰাণ ভুলি হিংসা দ্বেষ অভিমান,
—একে আশাধাৰী দুটি প্ৰাণী!
বাজে সেই মুৰুলীৰ সতে ৰণভেৰী,—স্বৰ্গীয় দুন্দুভি;
বিশ্বৰ সি বুকুৰ মাজৰ উঠি আহে আনন্দ-সুৰভি।
শুনা তাত ধ্বনিছে সঘনে জননীৰ পবিত্ৰ উকলি—
ৰণৰ ই আহ্বান-মন্ত্ৰই প্ৰাণ মোৰ হৰিছে সমূলি।

তালইকে হবৰে ওলালো, শেষবাৰ মাগিলো মেলানি ;
মৰতৰ এইটি পাৰত শেষ দেখা তোমাৰ লগত,
মিলনৰ এয়ে শেষ বাণী ।
লক্ষ্যহীন উদাসী বেশেৰে মলয়াই উন্মুক্ত কেশেৰে
বসন্তৰ প্ৰথম পুৱাতে
যিদিনাই দিলে দেখা আহি, ফুলালে হৃদয়-ফুল পাহি,
মন মোৰ উৰিল লগতে ।
দিঠকতে দেখিলো সপোন, পৰকেই বুলিলো আপোন ;—
কোন মায়া-কাননৰপৰা— স্নেহ-ফুল দুটি আনিছিলো ;
তাকে গাঁথি তোমাক দিছিলো,
নাসামৰি সেই উপহাৰ অভিমান দেখালা তোমাৰ ।
—স্মৃতি তাৰ হিয়াত সাঁচিলো ।
মিছা এই পগলা পৱন, মিছা মোৰ নবীন যৌৱন,
মিছা এই বসন্ত-উছৱ, —মিছা সেই হিয়া অৰিহনে ;
হোৱা আজি সকলো বিমুখ, বাজা ৰণভেৰী ঘনে ঘনে !
সেই কাল তোমাৰো আহিব, দিন-ৰাতি নহব প্ৰভেদ ;
স্মৃতি মোৰ মুগুচে মনত, আহিব নিতউ নানা খেদ ।
যৌৱনৰ পোনৰ জোৱাৰে নাওখনি ছুৰহি যেতিয়া,
বুকে লই হব মতলীয়া ;
ন-জোনে তপ্ত কিৰণেৰে নাওখনি সজাব ফুলেৰে—
তুমি হবা উন্মত্ত তেতিয়া ।
তেতিয়াই দেখিবা আগত নৱ সুখ, নবীন জগত ;

তাৰ পাছে বুলিবা আকউ—
সেইদেখি কান্দিবা বিবলে,—
তোমাৰ সি নিঠুৰ কামনা ;
নোচোৱা ভাৱেৰে আঁৰ কৰি
কাঠ-চিত যৌৱন-নিষাদে
মোৰ মাথো পশিছে কাণত—
মন্দিৰৰ পৱিত্ৰ আৰতি
ভৱিষ্যৰ গৰভত দেখোঁ।
গলা-গলি খিয়লা-খিয়লি—
ৰৰযুণ-ৱাদল্য এৰিবে,
জোনাকত ডুবৰি পাতত
দেখোঁ যেন পুৰণি জগতে,
পৰে আহি ম্লান মু'খনিতো।
যদি চাওঁ মেলি দিব্য নেত্ৰ—
ইয়াতেই কৰিব লাগিব
বিশ্ব জুৰি বহে শান্তি-হাট,
চউদিশে আজি সেইদেখি
শুচি কৰি মানস-মন্দিৰ,
পূজাৰিয়ে অপেক্ষে দ্বাৰত
সেই ঘাটে চাপিল তৰণী ;
স্বপ্ন শুচি এয়েই দিঠক
শুনা সউ দিগন্ত নিনাদি

"ঢউ দেখি হালে-জালে গায়!"
"কাষত চপাই দিয়া নাও।"
সেই সুখ,—যৌৱন-যাতনা!
মোৰ বড চাইছা আঁতৰি ?—
তোমাকো নেৰিব নাসাঙুৰি।
জননীৰ মঙ্গল উকলি,
—ওঁ শান্তি, ওঁ শান্তি বুলি।
বিশ্ব-জোৰা ভাই-ভাই ভাৱ ;
নাই তাৰ একো চিন-চাব।
দোকমোক আন্ধাৰ গুচিলে,
জ্বলা দৰে মুকুতাৰ মণি,
নৱ সাজ পিন্ধি হাঁহে-মাতে,—
বৈকুণ্ঠৰ সুখ-জিলিঙনি!
এয়ে ধৰ্ম্ম এয়ে কুৰুক্ষেত্ৰ,
সকলোৱে কৰ্ত্তব্য-সাধন।
জগতৰ আনন্দ-সভাত,
যেন মোৰে মহা নিমন্ত্ৰণ!
তোলে জল মঙ্গল-ঘটেৰে,
হাতে পাদ্য-অৰ্ঘ্য-তুলসীৰে।
বসন্তই মাগিলে মেলানি!
হৰ, তেনে আহাঁ ভাইসৱ!
মুকলীৰে আৰম্ভে উছৱ।

এই সুৰে জগাব চেতনা, উজলাব বিশ্ব-উদ্দীপনা ;
ভক্ত-ৰক্ত উঠিছে উথলি, বিয়পিছে বিভুৰ গৌৰৱ ;
আজি দুটি মিলিত প্ৰাণত কিবা মোহ-মন্ত্ৰ অভিনৱ !
সুখ-দুখ এৰিলো সকলো, তাৰে তুমি পাতিবা ভাওনা ;
যৌৱনৰ নিদ্ৰাহীন নিশা সঙ্গী পাবা মৃত্যুৰ ভাবনা।
ৰণ-ভেৰী' উত্তেজি সুৰত মোক কিন্তু মাতিছে দুৰন্ত—
আহাঁ হেৰা কোন ক'ত যাবা, সেইফালে যাওঁ আগুৱাই ;
বসন্তৰ চঞ্চল পৱন, অভিমানী যৌৱন-জীৱন—
সকলোটি বিদায়, বিদায় !!

---

শিৱসাগৰ, এপ্ৰিল, ১৯২১, প্ৰকাশিত 'বাঁহী' ১১শ বছৰ, ৩য় সংখ্যা, আষাঢ় ১৮৪৩ শক

—ন-যুগ—

# বিমুখ

'কোন আছে ? মাতক ওলাই সাজৰ বিপন্ন অতিথিক ;
বিচাৰি আশ্ৰয় গৃহস্থৰ আহি পালো অচিন পথিক।
ওৰে দিন বাটকুৰি বাই, পৰিছোহি হাবাথৰি খাই ;
সন্ধিয়ায়ো আনিছে খেদাই, হব খোজো গৃহস্থ-আশ্ৰিত ;
নাই মোৰ কেওঁ চিনা-জনা, দেখোঁতেই আজি অনাদৃত !
'ঘৰত নাই নে কোনো জনা ?— ক'তা ? নাই একো সমিধান
আন্ধাৰত সকলো গহীন, মেঘত বিজুলী নৃত্যমান।
গছ-বন বতাহে কোবায়, বৰষুণো আনে ওন্দোলাই ;—

পাৰিব নে এডুখৰি ঠাই
—নহলে যে খিতাতে মৰণ ;—
'অচিনাকি ক'ব বাটকৰা ?—
আহিলা মিছাতে আশা কৰি,—
আন এঘৰত তুমি গই
নকৰিবা অধিক সময়—
সেইবাবে দিলোহি বিদায়,
'যাব পাবো ? পাবো অৱশ্যেই ;
সঙ্কীর্ণ ই সমাজৰ বাবে
নাপালেও গৃহস্থৰ ছঁয়া,
বাটৰ বৃক্ষৰ আছে মায়া,
মৰিলেও ক্ষুদ্র এটি প্রাণী
'তুমি মোক দিলাহি বিদায়।
নোহোৱা নে ছাত্র-জীৱনৰ
প্ৰবাসত পঢ়োতে নাছিলে
দুয়ো আমি যাওঁ য'লে-ত'লে
খু'ৰা নাই দুয়ো নি দুয়োকে
'সেই চিৰলগৰী 'মোহন' ?—
অতদিন লগত ফুৰিও
পৰিছে নে মনত তাহানি
আজি এই নতুন পুৰণি
আলো আৰু আন্ধাৰ দুইৰো

অতিথিক ধৰিব যোগান ?
চাই-চিতি দিয়া সমিধান।'
ঠাই তুমি নাপাবা ইয়াত ;
লেঠা মোৰ আছে অসংখ্যাত।
পাৰ পাবা বিচাৰি আশ্রয় ;
আন্ধাৰে ছাটিছে দশোদিক,
যাব পাৰা, অচিন পথিক।'
তেওঁ' বিনে আছা বাধা কাৰ ?
মুকলি স্বৰাজ্য বিধাতাৰ।
আছে সদা প্রকৃতিৰ দয়া ;
সেয়ে মোক আশ্রয় যাচিব ;
হানি-বিঘ্নি কাৰ নো ঘটিব ?
মই লৰ নোৱাৰো অথন ;—
তুমি মোৰ লগৰী 'ৰতন' ?
আমি দুয়ো লগা নলে-গলে ?
ভৱিষ্যৰ কত কথা পাতি।
কত দিন ঘৰলই মাতি ?'
'সেয়ে, মাথো অলপৰ ভিন্ ;
সেইদেখি হেৰুৱালা চিন।
কথা পতা সকলো কাহিনী ?—
দুয়োটিৰে ধীৰ সমাবেশ ;
মনমোহা মুকলি আবেশ।

পৰিছে নে মনত তেতিয়া
ভাবিছিলো আমি দুইজনে
বিলাসৰ কোমল কোলাত
তথাপিও নেওচি হঠাত
জগতৰ হকে সেইদিনা
কইছিলা তুমিও সিদাৰে
সুখী-দুখী সৱাকে সমানে
'দুখীয়াহে দেৱতাৰ দূত'
অভিমান অতি অযুগুত,
কৰ্ত্তব্যত লাগি কাচি-পাৰি
'কল্পনাৰ সেই ভেকোভাও —
সংসাৰৰ চাকত সোমাই
বাটৰুৱা ছাঁয়া নাই যাৰ
এই বন্ধা দেখিলো তোমাৰ !—
কৰিবৰ কাৰণেও তুমি
'সমাজত তোমাৰ আসন
কৰিব পাৰিবা সেইদেখি
আকাশ কুসুম মানসৰ
'লৌহ ভীম' লাগে উদ্দেশ্যৰ,
—হাতে-কামে-লগা জনে মাথো
'ঐশ্বৰ্য্য-মদত মত্ত হই
সকলোতে সেই ফিৰিঙতি ।—

চিন্তা নানা সমাজৰ হিত ?
উদ্ধাৰিম সমাজ পতিত।
জন্ম ললে গৌতম ধৰাত ;
ধন-সোণ দৌলত অপাৰ,
সমৰ্পিলে সকলো সম্ভাৰ।
নেওচিবা বংশ-অভিমান,
বাঁটি দিবা শকতি যিমান ;
এই বুলি হলা প্ৰতিশ্ৰুত :-
পাৰামানে কামকে কৰিবা,
সমাজৰ উন্নতি গঢ়িবা।—
মিছা তাৰ কপটাভিনয় ;
সকলো আদৰ্শ পালে লয় ?
তাৰ বাৰে ঘৰৰ দুৱাৰ
'দামোদৰ অতিথি' বিমুখ
নহলা অকণো পৰাঙ্মুখ ?
আন দহজনৰ ওপৰ,
বহু কাম দান-ধৰমৰ।
সাজি লাভ নাই জীৱনৰ ;
যাতে কেৱে নোৱাৰে ভাঙিব
সমাজৰ উন্নতি সাধিব।
নিনিন্দিবা দুখীয়া-নিছলা ;
ভাগ্যে কৰে নিছলা-অচলা

তোমা'দৰে আছে বহুজন · মন্ত্ৰ যাৰ 'উন্নতি সাধন'—
কিন্তু নিজে নকৰে যতন, উপদেশ মাথো যাৰ সাৰ ;
বহুৰূপী কপটীয়া তেওঁ— এয়ে জানো লক্ষ্য সভ্যতাৰ ?'
'কিয় ৰাক এই মুখা পিন্ধি আহি মোক ছলিলা, 'মোহন ?'—
'মুখা পিন্ধি ? মুখা পিন্ধা নাই, এয়ে মোৰ প্ৰকৃত জীৱন ।
অহা হলে চিনাকি বেশেৰে কত ৰঙ কত সমাদৰে,
ললা হয় স্নেহ-প্ৰীতিভৰে অতিথিৰ সকলো সম্ভেদ ;
কিন্তু আজি 'অচিনাকি' বাবে দুৱাৰত—'প্ৰৱেশ নিষেধ ।'
'চো-মুখা তুমি হে পিন্ধিছা, এই মুখা ভাগিব এদিন ;
চাব তুমি জানিলে দেখিবা আহিব লাগিছে সেই দিন ।
সমাজৰ ভেম-অভিমান, ভাগি পাছে হব খান্‌খান্ ;
বিশ্ব-ভ্ৰাতৃভাৱৰ সম্মান হব, চাবা বাজিব উকলি ;
শুনি পাবা মাজনিশাতেই পবিত্ৰ দিনৰ ফেঁহুজালি ।
'মানুহকে মানুহে ঘিণাওঁ ?— সেই কাল কিমান দূৰত—
তৃণ তৰু পশু পখী নৰ মিলিবহি একেটি সুৰত ?
কেতিয়া দেখিম বৰ্ত্তমান বিধাতাৰ কৰুণা-নিশান
সকলোৰে ওপৰে সমান ?— কেতিয়া দেখিম অবিৰাম
ভ্ৰাতৃ-ভাব স্থাপিত সৱাতে, —'ভাই' বুলি নিজে পমি যাম ?
'স্বাৰ্থপৰ সমাজত থাকি প্ৰকৃতিৰ নিয়ম পাহৰো !
স্নেহ-দয়া সকলো কামতে স্বাৰ্থ-হাত সাৰিব নোৱাৰো !
বন্ধু বুলি জানি এতিয়াই বন্দী-বেটী দিবাহি যতাই ;
কিন্তু আজি আশা কৰা নাই সেই স্নেহ তোমাৰ হাতত ;

আজি মই বিমুখ অতিথি
'বহুদিন তোমাৰ ঘৰত
লভিছিলো, কিন্তু অতিথিৰ
আছে কিন্তু আন বহুজন—
শুদ্ধচিত্তে কৰিব যতন—
তোমাৰ যে ইমান সম্পদ,
'যাক আজি অশিক্ষিত বুলি
তোমাতোকে' ভেওঁচে ওপৰ,—
হ'ব পাৰা ঐশ্বৰ্য্য-বলত
কিন্তু দয়া-স্নেহেৰে প্ৰাণত
সেই হেতু এৰিছে পথিকে
'নৰ তুমি, নৰৰ চিনাকি
হাজাৰো কৰিবা বল ব্যয়,
'ডাঙৰ মানুহ' হ'ব খুজি
'মানৱত্ব' শেষ লক্ষ্য বুজি
দেখা পাবা জগত-যজ্ঞৰ
'ৰবযুগ আহিছে গৰজি,
তোমাৰ ঘৰত আজি থকা
যাওঁ মই খৰধৰ কৰি,
সভ্যতাৰ মিছা ভাও ধৰি
কেতিয়াবা মনত পেলাবা—

তোমাৰ ই নঙলা-মুখত।
দাস-দাসী গৃহস্থী যতন
সেৱা আজি দেখিলো স্খলন।
অতিথিক ভাবি 'নাৰায়ণ'
পথিকৰ তাতে হে আশ্ৰয় ;
সিও কোনো কামৰ নহয়।
অহঙ্কাৰে' কৰা গৰিহণা,
চাবা নিজে কৰি বিবেচনা।
ধনী, তুমি সমাজৰ শিৰত,
মানৱত্ব নহল বিকাশ ;
নিৰাশাৰ তপত নিশ্বাস।
দিব লাগে বিশ্ব-সংসাৰত ;
ঠাই তাৰ নাই ওপৰত।
কিয় মৰা অনাহক যুজি ?
সি গুণৰ হোৱা অধিকাৰী ;
তুমিয়েই প্ৰধান পূজাৰী।—
তমোময় গোটেই আকাশ !—
ভাই, মোৰ নাই অভিলাষ।
এই কথা ৰাখিবা সামৰি—
নিদি দান-দয়ালেই পিঠি
সন্ধিয়াৰ বিমুখ অতিথি।'

---

ৰচিত, গুৱাহাটী মে, ১৯২১ প্ৰকাশিত 'বাঁহী' ১২ শ বছৰ, ২য় সংখ্যা ; জেঠ, ১৮৪৩ শক

# মোৰ গাঁও

আজি এই যৌৱনৰ শেৱালি বনত পৰি
সুশীতল শেতেলিখনিত,
বনৰ ছায়াৰ দৰে কত স্মৃতি আহে যায়
মনৰ মাজত মোৰ, কত অশ্রু-আনন্দজনিত।
কমাৰকদীয়া! এই সৰু গাঁওখনি মোৰ,
ব্ৰহ্মাণ্ডৰ ক্ষুদ্ৰ তাণ্ডৱণ;
ইয়াতে শৈশৱ লীলা, ইয়াতে এদিন মোৰ
কোনোবা শৰত ৰাতি, যৌৱনৰ ধীৰ জাগৰণ!
দুটি চকু মেলিয়েই ইয়াতে পোনতে দেখোঁ
বিনন্দীয়া সৃষ্টিৰ পোহৰ;
ইয়াতে পোনতে ভাগে আবেগৰ মুৰ মোৰ—
মোৰ আই, বাই, ভনী সকলোটি কেনে হেঁপাহৰ!
লগৰ লগৰী স'তে ইয়াতেই পোনতেই
হৈছিল হিয়া দিয়া-দিই,
বুকুৰ বগুহে স'তে ডিঙিত সাৱটি ধৰি
হায়, কত চেনেহেৰে হৈছিল কথা কোৱা-কুই!
পুহৰ জাৰত থই গাৰ 'ছকঠীয়া'খনি
মেজি-খৰি গোটালো কতনা;
পথাৰে পথাৰে লৰি গৰু-যুজ চাই চাই
কত ৰঙ্ লভিছিলো, নাই আৰু আজি সেই দিনা!

সক গাঁওখনি। তোক কত ভাল পাইছিলো!
ভাল পাওঁ আজি শতবাৰ;
মোৰ জন্ম-জন্মান্তৰ' কত স্মৃতি আজিও যে
কত যে যতন কৰি আছ লুই, যেন আপোনাৰ।
সেই যে অমৃত কথা, মোৰ হৃদি-শোণিতেৰে
ধুই ধুই নতুন নিতউ,
নতুন সি জোন-বেলি, নতুন সি গছ-লতা,
সেই সকলোকে লই ন মোৰ শৈশৱ আকউ!
গহীন দিখউ নাই আজিও বইছে ধীৰে,—
কত দিন গইছে উকলি!
মোৰ কত লগৰীৰ চিতাৰ জুইৰে হায়
এদিন ইয়াৰ পাৰ হই গল ধুঁৱলি-কুঁৱলী!!
সেই গাঁও, সেই দিন, গল আজি সকলোটি
একেলগে সকলো হেৰাল;
আগৰ সকলো আছে, তথাপিও কিবা যেন
কাঁহ পৰি জীণ যোৱা, সকলোটি নিমাত নিতাল!
ভাওনা-সবাহ পাতি ডেকা-লৰা সকলোটি
জুমে জুমে মুফুৰে বাটত,
চাপিলে বিহুৰ কাষ গাঁৱৰ গাভৰু-ডেকা
নহয় পুনৰ কিয় মতলীয়া ঢোলৰ মাতত?
বিশ্বৰ সৌন্দৰ্য্য-খনি! জন্মভূমি, তই মাথো
এচমকা ব্রহ্মাণ্ডৰ হিয়া;

ওলায় চকুলো মোৰ, দেখিলে আগত তোৰ
বুকুৰ সৌৰভ যত কাল আহি কাঢ়ি লই যোৱা।
আগৰ নিচিনাকই গঞ্জাৰ মাজত আৰু
নাই সেই ৰাম্ধ সমাজৰ,
মিলাপ্ৰীতি-একতাৰ জকা মাত্ৰ অৱশেষ—
কূৰ্চ্চুট-কপট মাথো সকলোৰে ৰজা হৃদয়ৰ।
জাতীয় উছৱ আদি কোনো ৰঙ-ধেমালিতে
নাই প্ৰাণ আগৰ সিদৰে,
ধনকে মাথোন চিনি মৰম নিচিনা হল,
ধনেই কেৱল হল দয়া-স্নেহ মূলতে সৱাবে।
তাৰ লগে লগে হায় দাৰিদ্ৰ্যই বিন্ধিছেহি—
খাবলই বছৰ জোৰাই
নাটে দেখি, লাহে লাহে এঘৰ-দুঘৰ কই
উঠি গই গঞ্জালোক ফুৰিছেগৈ অনাই-বনাই।
হয়তো দুদিন পাছে এই গাঁও, এই বাৰী,
গুচি হব নতুন পাতনি ;
তেতিয়া, তেতিয়া মোৰ এই গাঁও, এই স্বপ্ন,
হব নে কি সচাকৈয়ে সকলোটি এখানি-এৱানি।
চেনেহৰ গাঁও মোৰ! যদি' দুদিনীয়া হই
বহুদিন আছো প্ৰবসুৱা,
ব্ৰহ্মাণ্ডত চালি-জাৰি ক'তো হলে পোৱা নাই
এদিনৰ কাৰণেও, সবলতা আজি তেনেকুৱা।

জগতৰ চাৰিকালে উন্নতিৰ উঠি ঢউ
দিছে আহি যিমান ধুৱাই,
সিমানে আঁতৰি যায় এই হেঁপাহৰ ধন !—
কোনে পুনু আনি তাক দিব মোক ওচৰ চপাই ?
'আই' বুলি, 'ভাই' বুলি, 'ককাই' 'দেউতা' বুলি
সকলোৰে ডিঙিত ওলমি
যিবা সৰলতা শিক্ষা কৰিছিলো তাহানিয়ে,
তোৰ বুকুৰেই বান্ধ, সৰগৰ মৰমত পমি ;
সেই শিক্ষা আদি মোৰ, সেই শিক্ষাতেই শেষ,
সেই শিক্ষা সৱাবে শিৰত ;
সভ্যতাৰ মুখা পিন্ধি মানুহক ভুৱা দিয়া
জগতৰ মিছা শিক্ষা থক তাৰ চৰণ তলত ।
আক এশবাৰ ক'ম, এশবাৰ পাম ভাল
তোক মোৰ চেনেহৰ গাঁও ।
জনমে জনমে মোক তোৰ সৰলতা দানি
দে এই দুচকুত, জগতক প্ৰাণ ভৰি চাওঁ ।



শিৱসাগৰ, অক্টোবৰ ১৯২৪ ; প্ৰকাশিত, "মিলন" ৪ৰ্থ বছৰ ৪ৰ্থ সংখ্যা ; ভাদ,১৮৪৮ শক

# অন্ধ গায়ক

কি গীত গাইছা, কবি ?

ওপণ্ডি ফুৰিছে দৃষ্টিত তোমাৰ কোন নন্দনৰ ছবি ?

কোন অলকাৰ তীব্ৰ আলোকত, ৰূপৰ জ্বালৰ কিনো মাদকত

দৃষ্টি পৰিল ভাগি ?

অৰূপ ৰূপৰ নতুন বাণত সেইহে উঠিল দৃষ্টিৰ আগত

নতুন সৃষ্টি জাগি !

কোন নো সুন্দৰীৰ

স্পৰ্শত জাগিল পৰশ-মণি দৃষ্টি তোমাৰ স্থিৰ !

সান্ত ধৰাৰ সসীম ৰূপৰ নও দেখোঁতে নতুন পোহৰ

জপাই ধৰিলে চকু,

সেই হে ভাবত উগুল-থুগুল, ঢউৰে ঢউৰে কৰি বিয়াকুল

ভাঙিব খুজিছে বুকু !

কি গীত গাইছা কবি ?

তোমাৰ গীতত অযুতে অযুতে কোন আকাশত অলসত ফুটে

দীপ্ত তাৰকা-ৰবি ?

উফৰি ফুৰিছে তাৰে অগ্নিকণা, কৰিছে ৰচনা শত দিব্যাঙ্গনা

উৰ্ব্বশী বিয়াকুল,

ধৰাত ফুলাব খুজিছা নে তুমি তাৰেই অগ্নিফুল ?

তোমাৰ উদাস গীত।

তুমি কোন হেৰা, মৰ্ত্ত্যৰ নায়ক ? তুমিনে কোনোবা স্বৰ্গৰ গায়ক,

নামিছাহি পৃথিবীত ?

বুজা নাই ছন্দ তোমাৰ গানৰ, বুজা নাই তুমি গাইছা প্ৰাণৰ
কিবা কথা, ভোক-শোক ;
স্বৰ্গৰ বাতৰি মৰ্ত্ত্যৰ ভাষাৰে ভাঙি কই যোৱা মোক ।
তুমি নো গাইছা কি বা আগমনী ? নৱ অতিথিৰ নতুন জাননী
আহিছা নে তুমি লই,—
কৰবাত নৱ বসন্ত জাগিছে, নৱ সত্যযুগ আহিব লাগিছে—
তাৰে কথা ভাৰ বই ?
নতুৱা গাইছা—ধৰ্ম্ম-উদাৰতা, ভাই-ভাই ভাব, বিশ্ব-স্বাধীনতা
জগত আহিছে বেৰি ;
স্বৰ্গদূত তুমি, দেৱ-আজ্ঞা লই উদাস গীতেৰে আহি দিছা কই
আগলি বাতৰি ফেৰি ?
নতু, কোন তুমি পৱিত্ৰ আত্মা, স্নেহ-কুমলীয়া বুকু ;
মৰম নুবুজা নিছলা সংসাৰ দেখি জাপ গল চকু ?—
তোমাৰ গীতটি ইমান উতলা ! উঠিছে নে তাত শত শকুন্তলা
বিৰহত দগ্ধ হই ;
যক্ষৰ বিৰহ-ছন্দ হিয়া ভৰি তোমাৰ গীতত উঠিছে গুমৰি
আকাশ কঁপাই থই ?
নতুবা দিছা নে শত বিধৱাৰ 'একেটি পুত্ৰ'ৰ বিৰহ বেজাৰ
তোমাৰ গীতত বান্ধি ;
সেই হে তোমাৰ হৃদয়-বেণুটি ফুৰে চিৰকাল কান্দি ?
নহলে নো তুমি কি গীত গাইছা, কি অনুতাপৰ কথা ;
মানুহ বগুহে মানুহ মগুহ খোৱা দেখি লাগে বেথা ?

তাকে দেখিয়ে নে হিয়া ফাটি-ছিটি উঠিছে উথলি সকৰুণ গীতি,
আবেগত কঁপে বুকু,
অনন্ত ৰুধিৰ ৰাগৰি তোমাৰ জাপ গল দুটি চকু ?
হে গায়ক, হেৰা অন্ধ !
অৰূপৰ তীব্ৰ ৰূপ-অঞ্জনেৰে পূৰ্ণ অনন্তৰ ৰন্ধ্ৰ ।
বিশ্বৰ হীনতা জোকাৰি পেলোৱা, নৱ প্ৰীতি-ফুল হিয়াত ফুলোৱা
বাজে কি ৰা ঐক্য তান।
ফুটো ফুটো আজি কি বা দিব্য দৃষ্টি,
তোমাৰ গীতত জাগে নৱ সৃষ্টি, নৱ পাতনিৰ গান।

---

গুৱাহাটী, মাৰ্চ, ১৯২৫ : প্ৰকাশিত 'বাঁহী', ১৫ শ বছৰ, ২য় সংখ্যা ; জেঠ, ১৮৪৭ শক

—সাধনা—

## অভিমান

সোণটিয়ে মুখেৰে নামাতে, সোণটিয়ে কথাও নাপাতে ;—
সোণটিক কোনে কি কৰিলে ?
মুখখনি সোণটিৰ হাঁহিখিনি জোনটিৰ
আহি ক'ৰ মেঘে আবৰিলে !
মু'খনিৰ মিঠা মিঠা হাঁহি, ডিঙিটিৰ আধাফুটা বাঁহী
সোণটিৰ আজি কেনি গল !
ফুৰে চকু পোন্দোৱাই, মাতিলেহে ঘূৰি চায়,
সোণটিৰ আজি কিনো হল ?

মেঘত বিজুলী নচা দৰে মনৰ মাজত খেল কৰে
ইাঁহি-খণ্ড ৰমক-জমক ;
তুচকুত ফিৰিঙতি, হিয়াক মাৰিছে ফুটি,
এনেকুৱা খণ্ডৰ ভমক্ !
এনেকুৱা উধনীয়া গপ, খন্তেকীয়া কৃত্ৰিমালি তপ,
কূট ভাব শিকালে কোনে নো ?
ঠেঁহ পাতি এইদৰে গুচি যোৱা চাঁট কৰে
দেখা নাই আগেয়ে অকণো !
আজি চোন শেনৰ এজাত ! মাতি নাই পাৰলই মাত—
তুমুনিয়া ইমান তপত !
থাকিব নে এনেকই এখুদো নপমাকই
সোণটিৰ সোণৰ কপট ?
মেলি মেলি হৃদয়ৰ জাপ সুগুপ্ত চেনেহৰ তাপ—
বাক মই চাম পৰমাণ.
পাৰে নে নিচেইকই থাকিব নগলাকই
সোণৰ সুৰগা অভিমান !

---

ৰচিত, গুৱাহাটী, ১৯২১ ; প্ৰকাশিত 'বাঁহী' ১৪ শ বছৰ, ৯ম সংখ্যা , পুহ, ১৮৪৬ শক

## শেষ হলে

গৰাগ-বসন্ত মোৰ মাৰ নউ যাওঁতেই, কুলিটিয়ে এৰে যদি গান,
জঁয় পৰে ফুলনিৰ ফুল ;
উকঙা ই পৃথিবীত কোন সতে অকলই, বাক মই পাতি ৰম কাণ ?
প্ৰাণ কিহে কৰিব আকুল ?

PLEASE HANDLE THE BOOK CAREFULLY.



যৌৱন-জোনাকে মোৰ বৰষি থাকোঁতে মউ, দুখৰ আঁউসী যদি আহি
ঢাকে মোৰ সুখ-ছবিখনি ;
কোনে বাৰু তেতিয়ানো মাধুৰীৰ খেলি ঢউ, গুচাবহি অন্তৰাত ভাহি
সৌন্দৰ্য্যৰ পিয়াহ একণি ?
চেপিধৰা অমিয়াৰ ওঁঠদুটি ফাকি কই, বাগৰি আহোঁতে মিঠা হাঁহি
তাতে যদি নাইকিয়া হয় ;
কি মতে নো যাব মোৰ পৰাণত বই বই, বজা সেই অতৃপ্তিৰ বাঁহী ?
ক'ত জুৰ পবিত্ৰ হৃদয় ?
সুদীঘল বিৰহৰ উছৰৰ মধু-নিশা প্ৰতীক্ষাত থাকি উজাগৰে
শুনা যদি যায় ফেঁহুজালি,
কেনেকই দিঠকৰ সেই নিদাৰুণ উষা, সহে এনে আশা-নিৰাশাৰে
পোহৰৰ কপট খেমালি ?
এইদৰে জীৱনত সৌন্দৰ্য্যৰ আৰাধনা শেষ হ'লে হঠাতে এদিন,
ভাগি গলে সৌন্দৰ্য্যৰ মোহ,
কোনে বাৰু নিচুকাব জীৱন-ভুবন জিনা, নিকৰুণ নিৰাশাৰ বীণ ?
ক'ত মই পাতি ৰম খোহ ?
বাৰ-পাচি বেজাৰৰ মধুৰ বোজাটি মোৰ তুলি লই মূৰ' ওপৰত
বাটচাই ৰম শেষ দিন ;
জীৱন খেলাৰ ঢাকি আহি অন্ধকাৰ ঘোৰ, মাৰযাম তাৰেই বুকত
ৰাজি ৰব একেখনি বীণ !

ৰচিত, গুৱাহাটী, ডিচেম্বৰ, ১৯২১ ; প্ৰকাশিত 'বাঁহী', ১৪শ বছৰ, ১০ম সংখ্যা ; মাঘ ১৮৪৩শক

# আগমনি

আজি এই যৌৱনৰ বীণৰ তাঁৰৰ মাৰ যায় ললিত ৰাগিনী!—
গোৱাঁ হেৰা আজি সমস্বৰে নৱ গায়কৰ আগমনি।
কোমল বীণত মোৰ বাজিছিল নিতে ৰোহ্‌-পেঁচ ঠেঁহ অভিমান;
গোৱাঁ কৰি, চকুলো স্বৰূপে গলি যক তুষাৰ পাষাণ।
মোৰ সকৰুণ গীত শুনি কাৰোবাৰ চকুপানী দুগালে বাগৰে?
সুখ-ৰদালিৰে কৰা তাকো মুকুতাৰ মালাধাৰি দৰে।
মোৰ বনবীয়া শোকে হিয়া খুন্দিয়াই ভাঙি দিলে প্ৰতিমা সোণৰ
নৱ গীতে দেখুৱক তাকে, সেই ধূলি আশিস্ স্বৰ্গৰ।
যৌৱন-মদিৰা পান কৰি আসনত বহুৱালো কিবা প্ৰলোভন?
গোৱা কৰি, পাপ গুচি হক কৰুণাৰ পুত পৰশন।
এহাতে চকুলো টুকি গোৱা কিবা গীত যদি মোৰ বল আধৰুৱা
হক সিও এনে সুখ-স্মৃতি, যেন এটি চুমা আধাখোৱা
লোকৰ দুখত দুখী মোৰ ই বীণত মাথো দুখ, মাথো অনাটন
উপচি পৰক তেনে এৱে ধন-ধান্য, সুখ সনাতন।
মোৰ গীত শুনি যদি কোনোবা প্ৰাণত সুখ-স্বপ্ন জাগিছে দেশৰ,
উথলক নবীন সঙ্গীত; হক সেয়ে সত্য দিঠকৰ!
গোপন ৰাজ্যৰপৰা চিৰ বসন্তৰ আনিছিলো আগলি বাতৰি
যদি সিটি পত্ৰ-পুষ্পহীন ই গীতত উঠক মুঞ্জৰি।
মই মাথো যৌৱনৰ গোপন-কুঞ্জত বীণখনি ৰাখিলো সামৰি;
গোৱা কৰি, নতুন সুৰেৰে, অপূৰণ যত, পূৰ কৰি।

---

ৰচিত, শিৱসাগৰ, মে, ১৯২৫; প্ৰকাশিত 'বাঁহী' ১৭শ বছৰ

# সন্ধিয়া

দিনৰ জেউতি ফেৰি লাহে লাহে পাতলিল,
পছিমেদি দিলে ভাটি তুপৰ অৰুণ ;
জিৰণীয়া তুটি এটি ছাঁয়াৰ কিৰণ মাথো
আকাশত আছে ৰই ;—সন্ধিয়া সকৃণ
যেতিয়া নামিব ধৰা, আহিব ধীৰেৰে নামি
ধাই হই ধৰণীক নিচুকাবলই।
ইপিনে জগতে পাতে তুখৰ কৰুণ মেল,
মৌন হই চায় ৰই ইটিয়ে সিটিক ;
লৌৱালপা সুকৃযৰ জিলিঙনি এটি নামি
শেষ এটি আলিঙ্গন যাচে প্ৰকৃতিক ;
সেই আলিঙ্গনো যেন তাতে পৰি মৰি যায়
সন্ধিয়াৰ ছাঁয়া এটি আদৰিবলই॥
আহিল ডাৱৰ-ৰাশি, লাহে লাহে পেলালেহি
প্ৰকৃতিৰ চউপাশে প্ৰভাৱ বিস্তাৰি,
তেজগোৰা বেলিটিয়ে সকলো ডাৱৰ যেন
সোণালি স্মৃতিৰে স'তে পেলালে সাঙুৰি ;—
ঠিক যেন অন্তৰত অতীত স্মৃতিৰে গাঁথা
বিষাদৰ মউসনা কৰিব কল্পনা।
ইফালে ধৰাত নাচে পৱিত্ৰ জলত পৰি
টলবল মতলীয়া জীৱন্ত ছবিটি,

সন্ধিয়া বতাহ লাগি কঁপি উঠা ঢউবোৰ
তাকে লই কৰে কত সাবটা-সাবটি !
গিৰি পৰবতে শিৰে কিৰণ-ভৰণ পিন্ধে,
সমীৰে আনিছে গোন্ধ পৱিত্ৰতা সনা ॥
ৰবিৰ ছাঁয়াটি লই দীঘলীয়া হই হই
সৰগ মৰত জোৰা স্তম্ভটি ৰচিলে ;
প্ৰকৃত প্ৰেমৰ বাবে এয়েই সোণালি সেতু—
তাকে যেন জগতক আঁকি দেখুৱালে ।
সেই সেতুৰেদি পাছে লাহে লাহে আহে নামি
কত ছায়া মায়া নতু সপোন-কুঁৱৰী !
যেতিয়া পৰিল নামি আকাশৰ দেৱকন্যা,
কুসুম-ৰেণুৰে সজা সেতু উভি গল ;
সন্ধ্যাচলে আঁৰ কৰি ঢাকিলে এফাল বেলি,
পশু-পখী মাত মৰি নিজঞ্জাল হল ।
সন্ধিয়াৰ ডা-শঙ্খ আৰতি পৰিল কঁপি,
কবিৰ বিৰহ-বেথা উঠিল গুমৰি ॥
কত দিন গল হায় ! চিৰিপঞ্চমীৰ দিনা
উটুৱালো বীণাপাণি প্ৰতিমা ইদৰে ;
কত ৰঙ লভিছিলো গোসানী উটাই আহি
চাই চাই মোৰ যোৱা বেলিটি পানীৰে —
নাভাবি এবাৰো হায় কালৰ চকৰি ঘূৰি
লাগিব প্ৰতিমা মোৰো দিব বিসৰ্জন ।

এতিয়া বুৰিল ৰবি, হিয়াৰ শোণিত সানি
লুইতৰ বুকুখনি তেজেৰে বুৰালে ;
ডুবিল ছাঁহানি সেই গোসানী প্ৰতিমাখনি—
চেনেহী প্ৰতিমা মোৰ লগতে ডুবালে !
তিনিও গোসানী ডুবি জীৱন কৰিলে নিঃস্ব,
কোনে চায় আজি মোৰ হিয়াৰ যাতন !!
আশা-পাল তুলি মোৰ তুলুঙা জীৱন-নাও
কতনো ফুৰিম লই আকাশ-তলত !
কত আলো কত ছায়া আছি কোলা-কুলি কৰে !
তাৰে স্মৃতি বান্ধি লই ফুৰিছো বুকত ।
এতিয়া জোনৰ আলো, এতিয়া তিমিৰ মহা,
ঘনে ঘনে আহি মোক কৰিছে বৰণ ।
ক'ত বা আশ্ৰয়-ঘাট তাতে যে চপাম তৰী ?
ক'ৰ সোতে নাও মোৰ নিব আগুৰাই ?
সেই বাবে কত দিন কত বাৰ খাটিছিলো—
'প্ৰাণৰ দেৱতা ! নাও দিয়াহি বুৰাই !
এই মহা অন্ধকাৰ- সাগৰত জাপ দিওঁ
নপৰে মুখত যদি বেলিৰ কিৰণ !'
কিন্তু হায়, আজি' দৰে জোনক সাৰথি কৰি
আকাশত উঠে জ্বলি দেৱৰ সলিতা ;
আন্ধাৰ-জলধি মোৰ জোনাকেৰে শুকুৱাই
কতনো বাৰণ মোক কৰিবা দেৱতা ?

কত বা বুজনি দিবা— 'বেলিৰ পোহৰ বিনে
আছে শান্তি-কমণ্ডলু জোনৰ পোহৰ!
'নোৱাৰে বুৰিব ৰবি, আনফালে জগতৰ
পৰকাশে মাথো তাৰ জ্যোতির্ম্ময় ৰেখা;
প্ৰেমৰ প্ৰখৰ সূৰ্য্য থাকিলে ই জীৱনত,
হৃদয়ত প্ৰতিবিম্ব চন্দ্ৰে দিয়ে দেখা।
দুয়োটিৰে অস্তিত্বত জগত সুখৰ হয়,—
বেলিতোকে' সুশীতল চন্দ্ৰ বিৰহৰ॥'
সেইহে আজিও ৰহি সন্ধিয়া আকাশ' তলে
প্ৰকৃতি' বীণৰ সুৰে' ৰাগিনী মিলাই,
যত গিৰি-পৰ্ব্বতে ফুলে ফুলে পাতে পাতে,
করুণ সঙ্গীত মোৰ দিছোঁহি বিলাই;
তিমিৰৰ অঙ্গে অঙ্গে হিয়াৰ কবিতা মোৰো
ভৰি উঠে পূৰ হই সন্ধিয়া-বায়ুৰে।
হৃদয়-পটত মোৰ তেতিয়া নীৰৱে জ্বলে
শীতল আলোক ঢালি তৰা দিপ্‌লিপ্‌;
হিয়াৰ উন্মাদৰাশি লাহে লাহে কৰি জুৰ
জ্বলি উঠে সুশীতল জোনাকী-প্ৰদীপ।
গছে-পাতে নৈয়ে-বিলে স্মৃতিৰ মুকুতা জ্বলে—
হিয়া মোৰ পূৰ্ণ আজি তাৰে হে মায়াৰে॥

---

ৰচিত গুৱাহাটী, মাৰ্চ, ১৯২০ ; প্ৰকাশিত 'বাঁহী', ১০ম বছৰ, ১২শ সংখ্যা ; চ'ত, ১৮৪৬শ

# ৰবাগী

আজি ই নীৰৱ পুৰা, বসন্ত' শেষত, মোহন উদাসী।
তোমাৰ যাত্ৰাৰ সীমা কোন বা দেশত— আপোন-প্ৰবাসী?
শিৰত তোমাৰ কেনে শোভিছে কনক কিৰণ-পাগুৰি,
কত ভাব-পখিলাই তৰুণ প্ৰাণক ধৰিছে আগুৰি!
চুচুক-চামাককই থমকি-থমকি . যোৱা ৰই ৰই—
কিহৰ বাসনা বাৰু জ্বলিছে ঢিমিকি এই ফাললই?
ইয়াতেই যৌৱনৰ কুঞ্জ-কাননৰ হই মালাকৰ
গাঁথিছিলো পুষ্পহাৰ অতি আদৰৰ প্ৰাণ-বসন্তৰ;
এই কুঞ্জ-ভৱনৰ সিংহদ্বাৰ এৰি কিয়বা উলটি
বিমুখ প্ৰাণেৰে বাৰু যাবাগে' আঁতৰি, প্ৰাণৰ অতিথি?
গাঁথিছিলো মালাধাৰি, আধা-গঁথা হই মাটিত পৰিল,
হৃদয়ৰ যত গান—এটি-এটিকই হিয়াতে হৰিল;
নিকুঞ্জ-কালিকা মোৰ হল অন্তৰ্দ্ধান ফুলাম মায়াত,
জঁয় পৰি গল মোৰ নিকুঞ্জ-বয়ান বিৰহ-ছাঁয়াত।
তথাপিও যৌৱনৰ এই মালাধাৰি কঁপনি হাতেৰে
আছো ধৰি, কাৰ কণ্ঠে দিমগই আঁৰি মৰম-মাতেৰে?
পাতেপতি সনা তাত মাধৱীৰ বলিয়া বাসনা,
যৌৱনৰ নিদ্ৰাহীন কত ৰজনীৰ নিঠুৰ কামনা!
জীৱনৰ বসন্তৰ আৰু যত ভাব উগুল-থুগুল—
আছে তাত আৰু কত গীতৰ প্ৰভাৱ হই বিয়াকুল!

এই মোৰ মালাধাৰি কাৰ যেন মই পিন্ধাওঁ গলত—
ৰিয়াকুল আজি মই এই ভাৱ লই প্ৰাণৰ কানত।
থিত দিলা তুমি আহি সোণালি পুৰাৰ সিংহ-দুৱাৰত ;
তৰুণ উদাসী মোৰ !—বহঁাহি হিয়াৰ ফুল্ল আসনত।
এই মোৰ চিন্তা-মালা অতি যতনেৰে তোমাকে পিন্ধাম,
উন্মাদ বাসনা মোৰো বসন্ত-ৰায়ুৰ লগতে উটাম।
তোমাৰ হিয়াত আছে মহা শান্তিময় সাধনা-আশ্ৰম,
তাতেই বাগৰি পৰি স্বৰ্গ-সুখ মই লভিম পৰম।
সিদেখি তোমাৰ আজি লগতে ওলালো সকলো তিয়াগি ;
তোমাকে পিন্ধাই মালাময়ো আজি হলো বসন্ত-বৰাগী।

---

ৰচিত, গুৱাহাটী, মাৰ্চ, ১৯২০ : প্ৰকাশিত 'বাঁহী', ১৪শ বছৰ, ২য় সংখ্যা ; জ্যেষ্ঠ, ১৮৪৩ শক

## মৰিশালি

গৰখীয়া হেৰা তুমি অকণি আঁতৰি যোৱা,
নিদিবা ইয়াত ছুটি ভৰি :
তুমি তো নাজানা হেৰা, কিয় মোৰ এনেকুৱা
সুপৱিত্ৰ ই ঠাইডুখৰি !
আঁহত জুপিৰ স'তে বাঁহৰ তলতে হেৰা,
মাথো এই এচমকা ঠাই,
বাৰিষাৰ ৰানপানী আহি যতনেৰে তাক
লই যায় বছৰি ধুৱাই।

বাৰ মাহ কত শস্যে কত ভাৱে থাকে ঢকা
নৈৰ এই ওপৰ গড়াটি,
ইয়াতে নিদ্রিত মোৰ প্রথমৰ প্রণয়ৰ
কত শত অতীত স্মিৰিতি!
পৱিত্র ইঠাইৰ কাষে পানী অনা ঘাটটিয়ে
সদায়েই সন্ধিয়া বেলিকা,
কাষত কলহ স'তে · দেখো কত গাভৰুক
তিনি সন্ধিয়াৰ চকামকা!
এই মৰিশালিটিৰ কাষৰৰ বাটটিয়ে
কত দিন এনে সময়তে,
আহিলেই দেখা পাওঁ বিজুলীৰ সোত বয়,—
কাক বাক দেখি নিলগতে!!
এইখিনিতেই হায় হইছিল কত দিন
দুইটিৰে গোপন মিলন,
ইয়াৰ কাষতে দেহি, বিহুৰ উৰুকা কত
হইছিল প্রীতি-আলাপন!
হৃদয়ৰ পাৰ ভাঙি উঠা চেনেহৰ ঢল
ৰাকি দিওঁ বুলি যে একাষে
তেওঁৰে মুখলে' চাই ৰইছিলো কত দিন
মাথো দুটি অধৰৰ আশে!
মুখেৰে নামাতি একো, নখেৰে মাটিত লিখি
মৌনভাৱে তলমুৱা হই,

সেন্দুৰী দুগাল আৰু ৰঙচুৱা দুটি ওঁঠ
যাচিছিল কিনোদবে বই।
এদিন ইয়াতে পুনু তেওঁবে সমাধি দেখি
দেখিছিলো নিজ চকুৰেই,
প্ৰথম অন্তিম প্ৰেম আজিও মিলিত হেৰা
এই ঠাই, এই ঠাইতেই !!
পৰিলে মনত মোৰ আজিও সি স্মৃতি, হিয়া
অযাচিতে যায় ভাগি প'ৰ।—
গৰখীয়া হেৰা, তুমি অকণি আঁতৰি যোৱা
নিদিবা ইয়াত দুটি ভৰি।

ৰচিত, শিৱসাগৰ, আগষ্ট ১৯২৩, প্ৰকাশিত 'বাঁহী' ১৭ শ বছৰ

—আবেগ—

## উপহাৰ

গাঁথিছো যতনে মই মুকুতাৰ এই অশ্ৰুধাৰ ;
তোমাক অৰপি দিম হৃদয়ৰ ফুল্ল উপহাৰ।
জোনাক নিশাত গাত পৰিছেহি ৰূপালি ৰহণ ;
মৰমতে পমি মোক জোনাবায়ে কৰিছে বৰণ।
নহা হলে নিশা-ৰাণী মালা গঁথা নহলহেতেন ;
দুবৰিৰ অশ্ৰু-জল উভি যায় প্ৰভাতত যেন।
এতিয়া শিশিৰ কণা দুবৰিত সদায় ভাহিব ;
শশীৰ চুমাটি লভি বিষাদৰ হাঁহিটি মাৰিব।

তাৰে তিৰবিৰনিয়ে
পুণ্য সলিলেৰে ধুই
মুকলি আকাশ আজি
গাঁথিম মালাকে মোৰ
মাজে মাজে চাম আৰু
চাম ইনো পৰাণত
গুন্ গুন্ কৰি যেৰে
হঠাতে সন্দেহ হয়
তলমুৰা হই মই
লাৱণী ভাবৰ ভাষা
বস্তিৰ পোহৰ চাই
ময়ো হলো জোনাকত
আৱৰে ডাৱৰে জোন,
এইদৰে সুধাকৰে
তাৰে আমোলতে আমি
লাভ কৰিছিলো দুয়ো
সেই একে ৰামৰাজ্য
সেই একে তিৰবিৰ
সেই একে আবেগৰ
"তুলসীৰ তলে" আজি
সেই একে শোভা আছে
নাই মাথো তুমি আজি

হৃদয়ত মুকুতা জ্বলাব ;
নন্দনৰ কুসুম ফুলাব।—
অকলই ফুলনি সোমাই
তুমি গোৱা গান এটি গাই।
ঝুমলীয়া জোনটিৰ ফালে,
কিদৰে বা শান্তি সুধা ঢালে।
গাঁথো মালা তলমুৰা হই,
কোনে ঢালে শান্তি এনেকই !
শুনিছিলো তোমাৰো এদিন
মগ্ন হই ভাবত প্ৰৱীণ।
মুগ্ধ হয় আঞ্জলী হৰিণী,
দেখি সেই গুৱনী মুখ'নি।
আধা ঢাকে আকৌ ওলায় ;
মৰতক মাধুৰী বিলায়।
পান কৰি জোনাকী অমিয়া,
প্ৰেম-সুখ শান্তি বিনন্দীয়া।
আজি সউ দূৰ নীলিমাত ;
দেখোঁ আজি তৰাটিৰ গাত।
আলিঙ্গন ডাৱৰে ডাৱৰে ;
সেইদৰে "মৃগপহু চৰে।"
জোনাকত ইন্দ্ৰ-মালতীৰ,—
এটি অঙ্গ পূৰ্ণা প্ৰকৃতিৰ।

তোমাৰ অন্তাৰ সিটি আনে জানো বুজেনে মুবুজে ;
মোৰ হলে অন্তৰত তাৰ ধাৰ একোৱে মুশুজে।
প্ৰকৃতিতো মাৰ গল কিয় এটি ছবি মিলনৰ,
মাৰ গল তাৰে স'তে এটি ৰেখা নিশা জোনাকৰ !—
আজি এই জোনাকত নাচে বিশ্ব নয়ন-কোণত ;
জিলিকিছে তাৰে স'তে সাচি থোৱা মুক্তা নয়নত।
তাৰে মোৰে মালাধাৰি গাঁথো মই পৰম যতনে ;
তোমাৰ ডিঙিত আঁৰি দিম বুলি অতি ৰঙমনে।
কুসুম গলত এই মুক্তামণি জিলিকি উঠিব ;
শেষ হলে মালাধাৰি প্ৰাণে মোৰ জুৰণি লভিব।
জীৱনৰ লীলা গলে মাৰ যাব মধুৰ জোনাক ;
মালাধাৰি গঁথা হব, ৰঙমনে পিন্ধাম তোমাক।
বাসনাৰ যত ক্ষুধা, আত্মাৰ অনন্ত পিপাসা,
তাতে মোৰ মাৰ যাব ; এয়ে মাথো অন্তিম ভাৰস।।

---

ৰচিত গুৱাহাটী, মাৰ্চ, ১৯২০, প্ৰকাশিত 'বাঁহী' ১০ম বছৰ, ১০ম সংখ্যা ; মাঘ,১৮৪৩

# মালা

পোনতে যিদিনা পিন্ধালা তোমাৰ মালা
মনত পৰিল কোনোবা ত্ৰিদিব বালা'
নৱ বসন্ত - মহা আগমন হৰষে'
পিন্ধালেহি মালা পুণ্য পৱিত্ৰ পৰশে' ;

সানিলে মোহিনী অলস নয়ন-কোণে,
নবীন যৌৱন লহৰ আকুল প্ৰাণে'।
তোমাৰ তুৱাৰ খচিত স্বৰ্ণ-মণিকা;
ভাবিলো ভাবেই লভিম শান্তি-কণিকা,
হাঁহিলে চৌদিশে বসন্ত, বিশ্ব উতলা,
নাচিলা মোহন যুৱতি স্বৰ্ণ-পুতলা!
জোকাৰি উঠিল অমৰ ভেৰী মৃদঙ্গ;
মুগুধ যতেক বিহগ কীট পতঙ্গ!!—
পিন্ধালা যিদিনা ভুবন-বিজয়ী মালা,
পমিল সিদিনা মোৰ ই হৃদয়-শিলা;
বাজিল গোপনে জীৱন ভুবন জিনা
উদাস প্ৰাণত প্ৰেমৰ সুৱদী বীণা।
দিঠকে-সপোনে কত যে তৰালি নিশা
দেখিলো আগত কত অনুপমা উষা!
কত বসন্তই প্ৰীতি-অঞ্চল ভৰাই
দিলে উপহাৰ কত ফুলৰ শৰাই;
মাধৱীৰ কত মৃদু চঞ্চল পৱনে
ৱিলালে প্ৰণয়- বাৰতা ঊৰ্দ্ধ গগনে;
কত শাৰদীয় উতল তৰল হাঁহি'
উদগালে মোৰ হিয়াৰ মোহন বাঁহী;
গালো বহু গান মিলন-বিৰহ গাঁথা
উজাবিলো শত হিয়াৰ দুসহ ৱেখা।

সিদিনাৰেপৰা
নাচে টলবল্
চকুলোৰে ধোৱা
মিলন-কিৰণে
হাঁহি হাঁহি আহি
কত চন্দ্ৰমাই
শুইনেদি যেন
যায় অধৰৰ
অৰুণ-আকুল
সুধাকৰে আহি
নীলিমা তলত
তাৰে আমোলত
পুৱাতে বসন্ত-
নাচিলা মধুৰ
অৰুণ-বৰণা
পিন্ধালা যেতিয়া,
তযু হেমহাৰ
পৰশ লাগিয়ে
বেণুটিত দিলো
সেইহে হৰলা
তাৰে প্ৰতিধ্বনি
তাৰা-শতদল

লাজুকী কমল পাহি
সলিলত ভাহি ভাহি ;
প্ৰীতিৰ শেৱালিখিনি
মচি দিয়ে চকুপানী।
শাৰদীয় পূৰ্ণিমাত
সুষমা বৰিষে গাত !
এছাটি সমীৰ নামি
সাচি থোৱা সুধা চুমি ;
যত গিৰি-উপবন,
কৰে শান্তি-বৰিষণ ;
নন্দন জগতখন,
প্ৰফুল্লিত তৰু-বন ;
ৰাগ, বিশ্ব উতলা !
মূৰতি স্বৰ্ণ-পুতলা !!—
তোমাৰ বিজয়ী মালা
শীতল্ শিশিৰ ঢলা ;
প্লাবিত কুসুম-ৰেণু,
উথলি উঠিল বেণু ;
তোমাৰে ৰাগিনী বান্ধি,
বেণুটি উঠিছে কান্দি।
গগনে-পৱনে লাগি
আচম্বিতে উঠে জাগি ;

বিৰহৰ যত তপত নিশ্বাস, উৰি
নিদাঘ স্বৰূপে কানন পেলায় পুৰি।
হৃদয়ৰ মোৰ এই যে বলিয়া সুৰ
তাৰে পুৰি পুৰি হৃদয় পৰিব জুৰ ;
মিলনৰ পাছে ৰুদ্ৰ বিৰহ-বাণত
সচকিত আজি জীৱন-লক্ষ্য প্ৰাণত ;
যদিও প্ৰাণত বিহ্বল তাৰকা-পুঞ্জ
সুতপ্ত সমীৰে, কম্পিত শেৱালি-কুঞ্জ ;
অলপতে হৃদি- সমুদ্ৰ হবহি স্থিৰ,
উসবল ছায়া বিৰাজিব সুগম্ভীৰ ॥—
পিন্ধোৱাৰ আগে এই মৃত্যুঞ্জয়ী মালা,
প্ৰাণৰ জিৰণি আছিল প্ৰকৃতি-কোলা ;
যিদিনাই আহি মুদালা অলক্ষে চকু,
সাত-সাগৰৰ ঢৌৱেৰে কঁপালা বুকু ;
যিদিনা তোমাৰে গাঁথি দিলা মোৰ প্ৰাণ,
ৰচিলে সিদিনা বিশ্ব-পুলকৰ গান ;
তৰাই তৰাই, কুঞ্জ-লতিকাৰ ফুলে
ডাৱৰে ডাৱৰে, অশেষ ভোমোৰাকুলে।
তৰঙ্গে তৰঙ্গে প্ৰতি অঙ্গে অঙ্গে নাচি
হৃদয়ত দিলা তোমাৰ চানেকি বাচি ;
কাণত পৰিল অযুত বিহগ তান,
প্ৰকৃতি দেৱীয়ে জুৰিলে গহীন গান ;

দিব্যাঙ্গনা সৱে ছুটিয়ালে নিৰমালি,
স্বৰ্গবাজে ঘনে দিলে বজ্ৰ-কৰতালি।—
ছিগিল যেতিয়া অমৃত-বীণাৰ তন্ত্ৰী
খন্তেকৰ হেতু স্তব্ধ হ'ল বিশ্ব-যন্ত্ৰী!
শূন্যত নুমাল সহস্ৰ তৰাৰ বাঁতি,
মহা তিমিৰত হেৰাল জোনৰ ভাতি ;
বিশ্ব-বিমোহন সঙ্গীত পৰিল ওৰ,
মেঘত গৰ্জ্জিল প্ৰলয়ৰ ঘনঘোৰ ;
মহা সমুদ্ৰৰ এচুকে চপাই তৰী,
কৰিলো ধিয়ান প্ৰেম-মহামন্ত্ৰে' স্মৰি ;
খন্তেক পাছতে জ্বলিল অনল-ৰেখা
মনত পৰিল— আমাৰ অন্তিম দেখা !!-
আজি শীত-শয়নত শায়িতা প্ৰকৃতি'
জগালে বা কোনে যাচি দি প্ৰেম-চুমাটি ?
টোপনিতে কোনে অধৰ-ৰসে' মজালে,
লাহতি খোপাটি বসন্ত পুষ্পে' সজালে ?
কাৰ আলিঙ্গন- আশে প্ৰকৃতি পাগলী
ধৰো ধৰো বুলি কাৰ চৰণ আঁকো'লি ;
কাৰ বাক তেওঁ আগমনোছৰ উদাসী,
আহিব নো কোন দূৰ-সুদূৰৰ প্ৰবাসী ?
প্ৰাণ-মোহনাত কাৰ বুকুৰ লহৰী
মিলিছেহি লৰি প্ৰেম-খেলত ভাগৰি ?

নিখিল ধৰাত বাগৰে হাঁহি অনন্ত,
অমৃত ক্ষণত মিলিছে প্ৰাণ-বসন্ত ;
ধৰণীত এই নৱীন উছৱ ভোগালি,
সেইহে প্ৰকৃতি আজি উদাসী বঙালি ।--
জগত এমুৱা মোহত মগন, মই
গাইছো ৰাগিনী অকলে বাঁহীটি লই ;
ঘুমতি নেওচি কোনে মূৰ তুলি ৰই,
শুনিব নো মোৰ বলিয়া বাঁহীটি অ'ই !
অকলই মই গাইছো উদাস গান,
অনন্ত গগন- মাজত মেলিছো প্ৰাণ ;
কোনে তাক মথি অমৃত কৰিব পান,
হিয়াৰ উন্মাদ কোনে নো কৰিব কাণ ?
কাৰাবাৰ যেন কাণত পৰিল মোৰ
হিয়া পুৰি-দেই যোৱা ই বিননিৰোৰ ;
পাতলিব এই গভীৰ জীৱন-জ্বালা,
ঠন ধৰি পুনু উঠিব প্ৰণয়-মালা ।
যি শুভ লগ্নে' কৰিলা হৃদয়-হৰণ,
সেয়েই আদৰি দিবহি পুণ্য কিৰণ ;
তাকেই পূৰিব প্ৰাণৰ অতৃপ্তি মোৰ,
শাত হব এই প্ৰলয়ৰ ঘনঘোৰ !
তেতিয়াহে পুনু প্ৰাণত হাঁহিব বসন্ত হাঁহিটি উতলা,
প্ৰেমৰ মূৰতি ধৰি তুমি মোৰ নাচিবা স্বৰ্ণ পুতলা ।

---

ৰচিত, গুৱাহাটী, মাৰ্চ, ১৯২০ ; প্ৰকাশিত 'বাঁহী' ১৪শ বছৰ, ১ম সংখ্যা ; বহাগ, ১৮৪৩ শক

# সুপ্ত যৌৱন

এনে মাজনিশা  নিজানত আহি  শান্তিৰে আছিলোঁ শুই ;
কৰপৰা আক'  আহি তই পখী, জ্বলালি গীতৰ জুই ?
জ্বলাজুই মোৰ এবাৰ শুনাই, পোৰা হিয়াখনি জাপত সুমাই,
এই ভাও ধৰি  জগত মাজত  নীৰৱে আছিলোঁ পৰি ;
পুনু আহি তই  ধৰিলি ইয়াতে,  লগালেহি ফাহজৰী !!—
সপোনে-সচিতে  এই যে জগতে  সদায় চেতনাহীন !
ভাবিছিলোঁ মোৰো চেতনা সামৰি  যাম ইয়াতেই লীণ।
নিদ্রিত সকলো মোৰ চউপাশে, তোৰ গীত কতো নবৰষে,
মাথো ছল চাই  বিন্ধা হিয়া পাই  তাতেই মাৰিলি শৰ ;
—মোৰ এই নৱ  বেদনাত বাজে  এতিয়াও সব জড় !!—
তোৰ এই জুয়ে  জ্বলাই তুলিছে  প্রাণত সোণৰ ফুল।
কোনোবা কালৰ  চকুৰে নমনা  প্রেম-সাগৰৰ কূল।
স্মৃতিৰ সোতত উটি আহে ধীৰে, কোন সুন্দৰীয়ে ধোৱা চকু-লোৰে
পূর্ব জনমত  দিয়া উপহাৰ  শুভ্র পৰিণয়-মালা ;
—হিয়াত পুনৰ  উঠিছে গুমৰি  পুৰণি প্রণয়-জ্বালা !!—
পৰিছে মনত  সিজন্মৰ মোৰ  প্রিয়াৰ লাহতি খোপা ;
গা-পা ধুই উঠি  চুলি মেলাওঁতে  পৰা তাৰ পানীটোপা।
বইপৰা সেই চকুৰ পাহিটি, তাৰ দাঁতিতেই বিৰিঙা হাঁহিটি—
নুসুঙা ফুলৰ  দৰে গালখনি,  কোনেও নোপোৱা জুতি ;
তাতে গই মোৰ  লাগোঁ লাগোঁ হোৱা  আধা-কঁপা ওঁঠ দুটি !!

ঘনাই মনক ধৰে জুমুৰি দি— সেই পৰিণয়ৰ দিন,
হোমৰ গুৰিত দিয়া পুৰোহিতে লগুন-গাঁঠিৰ চিন!
সেই হাতেস'তে হাতজোৰা দিয়া, প্ৰাণেদি বিজুলী সোত বইযোৱা
তাৰ পাছে সেই শোৱনী ঘৰত লাজৰ ওৰণী ফালি
বই অহা সেই প্ৰিয়াৰ জেউতি, দিয়া মোৰ গাত ঢালি!
তোৰ গীত-জুয়ে দহিলে তাহানি কাশ্যপৰ তপোবন;
তপোবন গুচি কাম-বন হ'ল মুনিৰ আশ্ৰমথন।
নিচুকাই প্ৰেম থব খুজিছিল, নৱ যৌৱনৰ স'তে যুজিছিল;
কিন্তু তোৰ গীতে সেই আশা পুৰি তেনেই কৰিলে ছাই;
কাম-ভস্ম মাথো মুনি-কন্যাসৱে সানি ললে মূৰে-গাই!!—
এই গীত-জুয়ে সেইদৰে আজি লগালেহি মহা লেঠা;
জগাই দিলেহি নিচুকাই থোৱা মোৰ বিৰহৰ বেথা।
পোৰা হিয়া মোৰ দিলে উদঙাই, ভমক্-ভমক্ জ্বলিছে চুনাই;
শুকান-মুখীয়া ঘা মোকোলাই তাতেই ছিটালে লোণ;
কি কম আজি হেৰ অই পখী, তোৰ ই গীতৰ গুণ!!—
এই গীত-জুই জ্বলিছে আপুনি, তোৰ গাত নাই দায়;
এই লাগনিৰে পুৰি দে, সকলো ভুল হই যক ছাই।
মোৰ এই সুপ্ত যৌৱন যিদৰে, জগালিহি তোৰ গীতৰ সুৰেৰে
সিদৰে এদিন জগতৰ মোহ গীতত উঠিব জ্বলি;
গছে গছে ৰব সুপ্ত যৌৱনৰ অগ্নি-কুসুম ফুলি।

---

ৰচিত, গুৱাহাটী, মাৰ্চ ১৯২২ ; প্ৰকাশিত 'বাঁহী', ১৩শ বছৰ ৩য় সংখ্যা ; আষাঢ় ১৮৪৫ শক

# স্বৰ্গপুৰী

জানো মই ক'তো নাই সি ৰাজ্যৰ নন্দন-মাধুৰী—
তথাপিও হেৰা স্বৰ্গপুৰী !
বিশ্বৰ চকুত কোনে দিলে সানি কল্পনা-অঞ্জন,
যুগ-যুগান্তৰ তুমি মানৱৰ হৃদয়-ৰঞ্জন !
সৃষ্টিৰ বাহিৰে সি যে কিবা সৃষ্টি-গৰিমা অতুল,
জগতৰ পৰাণীৰ আজীৱন চিত ৱিয়াকুল ;
এনে সেই সাম্ৰাজ্য বিপুল !
চুচকুৰ অগোচৰ যদি' তাৰ শাসন-মাধুৰী,
চিৰকাল আছো মানি, ৰম মানি চিৰকাল
ৰঙমনে, হেৰা মায়াপুৰী !!
সন্ধিয়া যেতিয়া হয় আকাশত তৰাৰ দীপালী,
চোতালত বহি জহকালি,
সুধিছিলো আইতাক,—'কোৱাচোন তৰা কিনো, আই !'
'পুণ্যাত্মা মানুহ মৰি স্বৰগলে' উঠি গুচি যায়'—
আয়ে মোক দিছিল বুজাই ;
'পৃথিৱীত যত নিজ ভাই-বন্ধু যায় এৰি থই,
সৱাকে দিনটো থাকি যায়হি এবাৰ চাই
সন্ধিয়াৰ ৰস্তিগছ লই !!'—
বয়স বাঢ়িল, তাৰ লগে লগে শিকিলো আকউ,—
গ্ৰহ-উপগ্ৰহ যত দেখিছো নিতউ,

পৃথিবীৰ দৰে জুৰি সিহঁতেও বহু বহু ঠাই
বেলিটিকে কেন্দ্ৰ কৰি ঘূৰি ঘূৰি ফুৰিছে সদায়,
সূৰুযৰ কিৰণ বিলাই।
শিকিলো কতনো আৰু সুবিশাল সৌৰ জগতৰ
ৰহস্যে আবৰি থকা সৃষ্টিতত্ত্ব! শুনি শুনি মোৰ
বাঢ়ি গল বিস্ময় মনৰ॥
জগতৰ পাকেপতি ঘূৰি পুনু কতনো দেখিলো,
কত পালো, কত হেৰুৱালো!—
জ্ঞান-জগততো দেখোঁ ঘূৰি ঘূৰি পাওঁ একেঠাই,
বহুত 'শিকা'ৰ পিছে চাওঁ—মই একো শিকা নাই,
আন্ধাৰতে ভ্ৰমিছো সদায়।
শত সৌৰ জগতৰো অতীতত অতি সংগোপনে
নাই নে একোৱে বাৰু? নাই নে ৰহস্য-মেলা?—
মনে মোৰ সোধে ক্ষণে ক্ষণে॥
দেখোঁমানে পৃথিবীত অনাবিল শব্দ ৰস ঘ্ৰাণ,
ক'ত তাৰ সৌন্দৰ্য্য-যোগান?
ফুল পাত ঘাঁহ বন—তাৰ মাজে মাজে মূৰ্ত্তি ধৰি
কি এটি মহান প্ৰাণ উঠে বাৰু ৰঙত শিয়ৰি,
নিজতে নিজকে ব্যক্ত কৰি?
বুকুৰ কুটুমবোৰ জুই দি কলৈ গুচি যায়?
মৃত্যুত কি সুধা আছে?—সকলোৰে ভেদ মোক
কোনে বাৰু দিবহি বুজাই?

এতিয়া ভাৱিছো মই, কিনো তুমি হেৰা স্বৰ্গপুৰী !
কিনো এই ৰাজ্যৰ মাধুৰী ।
নজহা-নপমা ফুল জগতৰ কৰি আহৰণ,
ৰাখিছা পাশত বান্ধি সুচঞ্চল জগত-যৌৱন,
মানৱক কৰি অকিঞ্চন ;
তোমাৰ কাযত ৰাখি কল্পনাৰ বিচিত্ৰ তুলিকা,
ক্ষীণজ্যোতি কৰি দিছা পৃথিৱীত প্ৰেম-সূৰ্য্য,
সংসাৰত আনন্দ-কণিকা !!
সিপুৰীত আছে ফুলি হৃদয়ৰ প্ৰণয়-ফুলনি ;
ই পুৰীত বিলাপ-বিননি !
মৰতৰ পৰাণীৰ কাঢ়ি লই হৃদি-মধুৰিমা
মাজত নাচিছে এই আনন্দৰ বিমল পূৰ্ণিমা,
সানি লই ৰূপালি বৰ্ঙ্গিমা ।
গতি নাই, স্থিতি নাই, মাধুৰীৰ শ্ৰাৱণ প্লাৱন ;
মুগুধ প্ৰকৃতি দেবী, বিৰহ-মিলন গান,
মুগুধ ই হৃদয়-বেদন !!
ছন্দৰ দেৱতা মোৰ আছে কোন ওখ কৈলাসত ?
মই বহি গছৰ তলত
আকাশৰ ফালে চাই টোকাৰীত আঙুলি বুলাওঁ,
বাউলৰ দৰে মই নিজে নাচি নিজে ভোল যাওঁ,
লোকলই উভতি নাচাওঁ ।
কিন্তু কোনে নাচে সউ সমুখত উৰ্দ্ধবাহু হই !

অনন্ত উৰ্দ্ধৰ ফালে কি অমৰাপুৰী আছে,
তালে' মোকে কোনে যাব লই ??
থাকা ফুলি য'তে আছা, স্বৰ্গ, তুমি নন্দন ৰাজ্যত,
—মানৱৰ মনৰ মাজত।
তোমাৰ বুকুতে থক বিৰহৰ চকুৰ পানীৰে
অগণন তৰা ফুলি অমৰণ সৌন্দৰ্য্য-বেশেৰে,
সংসাৰৰ সুখ-স্মৃতি দৰে ;
খণ্ড খণ্ড জ্যোতি য'ত চিৰন্তন অখণ্ড ৰূপেৰে
মিলিছে পূৰ্ণতা ৰূপে,—এদিন মিলিম তাতে
ময়ো গই আনন্দ মনেৰে।

---

ৰচিত, গুৱাহাটী ১৯২৪ ; প্ৰকাশিত 'বাঁহী' ১৫ শ বছৰ, ৭ম সংখ্যা, কাতি ১৮৪৭ শক

# যৌৱন বিদায়

সখি, আৰু গাম কিনো গান !—
এই কাল-নিদাঘৰ নিঠুৰ হাতেৰে মোৰ সঙ্গীতৰ চিতাৰ নিৰ্ম্মাণ।
জঁয় পৰি গল আজি মাধৱীৰ মধুৰ মঞ্জৰী,
চৰণত দিছে বান্ধি কোনে যেন দিঠক-জিঞ্জিৰী !
সখীয়তী গীতে ক'তা ! নৱজায় আৰু সেই উছৱৰ বীণ ;
সকলোটি উছৱ-বিহীন !
এটি মাথো বিভা মাতে বতাহত কয় বিভিয়াই—
'থাকিবা, থাকিবা সখি ! যাওঁ আমি, যৌৱন-বিদায় !!'

মিছাতেই গই মই তুৱাৰে তুৱাৰে ঘুৰি ফুৰো ;
মৰমৰ আকলুৱা,—মিছাতেই মৰম বিচাৰো,
মৰমৰ ভৰাল উদঙ্‌ !
বাহিৰে থৈছিল সানি কোনোবাই জগতত মৰমৰ ৰঙ্‌ ।
থাকিব পূৰ্ণিমা বুলি সাচিছিলো মউ-ৰহঘৰা,
উৰি গল মউ মোৰ, থই গল বুকুভঙা দুখৰ বতৰা !
তথাপিও ক'ৰ এটি খীণ সুৰ উটি উটি মোক কই যায়,—
'থাকিবা, থাকিবা সখি ! যাওঁ আমি—যৌৱন বিদায় !!'
কাণ পাতি থাকোঁ সেই উছৱৰ গীত শুনো বুলি,—
আৰু ক'ত বীণা-কণ্ঠে বাজে সেই অভিনৱ সঙ্গীত-কাকলি ?
সুথলে শ্ৰৱণ ভৰি আৰু সেই অমৃত-লহৰী,
নাথাকে সি গীত শুনি আমৰ মলত পৰি মদনেও ধনু-কাঁড় ধৰি ।
নিমাত কেতেকী-কুলি, ফুলনিত এটি ফুলো নাই আজি হাঁহি ;
বাজি আছে অন্তৰৰ স'তে মাথো মোৰ সেই এটি অতৃপ্তিৰ বাঁহী ।
অকলশৰীয়াকই ঘূৰি ফুৰি ক'ই গল এটি ভোমোৰাই,
'থাকিবা, থাকিবা সখি ! হায়, হায় ! যৌৱন বিদায় !!'
কিয় বাৰু ফুলে ফুল ? ফুলে যদি এটিবাৰ, কিয় জঁয় পৰে ?
জঁয় পৰে যদি ফুল, বুকুৰ বাঁহীটি মোৰ কিয় বাৰু উত্ৰাৱল কৰে ?
জহি গল সকলোটি চেনেহৰ আমোলন ফুল ;
মতলীয়া সুবাসত নহব তুনাই আৰু যৌৱন-সন্ধিয়া বিয়াকুল ।
সুবাসৰ ঢৌৱে ঢৌৱে সুঠে নাচি আৰু মোৰ ছন্দ মতলীয়া,
নানাচে বাউল হই পৰাণৰ কবিটি বলিয়া !—

কি নিৰ্দ্দয় ! নিকুঞ্জত আঁকি দিছে জয়পৰা মাধৱী-লতাই,
'থাকিবা, থাকিবা সখি ! মিছা আশা, যৌৱন বিদায় !!'
বসন্তৰ উছৱৰ আগলি বাতৰি সিটি আনিছিল কোন মলয়াই,
উদাসী জনৰ দৰে মুকলি চুলিৰে যেন ৰতাহত বেণু এটি বাই ?
যৌৱনৰ ফাগুনৰ সেই উছৱত,
হৃদয়-যন্ত্রৰ মোৰ সুমধুৰ ধ্বনি সিটি নিনাদিল কোন পৱনত ?
বসন্ত-সখাৰ আজি নিশাহত নাই সেই মিলনৰ ভাষা,
মাথো মোৰ দুৱাৰত থই যায় সকলোৱে অনন্তৰ গভীৰ নিৰাশা।
তপতে তপতে এৰা দুমুনিয়াটিয়ে কয়—'হায়, হায়, হায় !
মিছা সুখ, মিছা আশা,—থাকাঁ সখি, যৌৱন বিদায় !!'
এয়ে যদি শেষ মূৰ্চ্ছা সঙ্গীতৰ অন্তিম বাতৰি,
তেন্তে আজি আহাঁ মোৰ বিষাদৰ শত সহচৰী !
প্ৰণয়ৰ সহস্ৰ কটকী,
মাগিলো বিদায় আজি সকলোকে—যৌৱনৰ নাহৰ কেতেকী !
কুলি সখীয়তী আদি আক কেৰে নেমেলিবা প্ৰাণ ;
আহাঁ, আজি অপূৰ্ণতা ! পূৰ্ণ হই, লই যত ব্যথা অভিমান।
যৌৱনৰ নিকুঞ্জৰ মোহন কলিকা মোৰ, থাকিবা সহায়।
অপূৰ্ণ বাসনা শত আহাঁ চাপি,—চোৱা সউ যৌৱন বিদায় !!

---

ৰচিত, গুৱাহাটী মে, ১৯২৫ ; প্ৰকাশিত 'বাঁহী', ১৭শ বছৰ,

# বিৰহ-মাধুৰী

আজিও বীণৰ মোৰ দেখোঁ সেই ভুল নাভাগিল ?
কতভাৱে বেপ দিলো। তেও তাত আৰু নাবাজিল
আনন্দৰ সনাতন সুৰ ;
হৃদয়ৰ প্ৰতি তাঁৰ আজিও যে বিষাদেৰে পূৰ !
যেতিয়াই যেনেকৈয়ে তাত মোৰ আঙুলি বুলাওঁ,
আজিও তাকেই গম পাওঁ :—
তাঁৰে তাঁৰে সুপ্ত মোৰ কান্দি-কাটি ভাগৰি-জিগৰি
বিৰহী সতীৰ দৰে প্ৰিয়তমা কল্পনা সুন্দৰী,
হেৰুৱাই জীৱনৰ ধন ;
হাত দিলে উঠে জাগি যুগান্তৰ বিৰহ-ক্ৰন্দন।
সি ছন্দত উঠে ফুটি ফুলে ফুলে সৌন্দৰ্য্য প্ৰলাপ,
যুগে যুগে সাঁচি থোৱা বিৰহীৰ যাতনা-বিলাপ ;
বাগৰি বাগৰি বোৱা সেন্দূৰী গালেদি বিৰহীৰ
নয়নৰ প্ৰথম ৰুধিৰ ;—সুপৱিত্ৰ চঞ্চল অধীৰ !!
হেৰা মোৰ ছন্দৰ দেৱতা।
কোন কোটি জনমৰ পাপ-পুণ্য দশাৰ ফলত
বান্ধি দিলা বীণৰ তাঁৰত অখণ্ডন এই মহা বিৰহ-বাৰতা ?
মোৰ বাৰু শত শত জীৱন-মৰণ মথি কিয়,
হেৰা মোৰ প্ৰিয় !
বিচিত্ৰ ৰচনা এই ব্ৰহ্মাণ্ডত কৰিলা স্ৰজন—
মোৰ ইহ জনমৰ প্ৰথমৰ আদৰৰ ধন ?

কত আশা-নিৰাশাৰে জীৱনৰ ধুম-ধুপালিত,
তৃপ্তি আৰু অতৃপ্তিৰ সি তুমুল সংগমথলিত
থমকি থমকি নাচে মোৰ সেই নয়ন-পুতলি,
উঠে জন্ম-জন্মান্তৰ শোক-ভোক-যাতনা উথলি ;
ই সংসাৰ-সিন্ধুৰ পাৰত
দেই-পুৰি মাৰি মোক থাকে কত যোজন দূৰত !
মোৰে নে কি হৃদয়ৰ ৰক্তৰ ৰঙ্গিমা চুৰ কৰি,
বিধাতাই দিলে তাক গঢ়ি ?
কতবাৰ ভাবোঁ—আনি সুমুৱাওঁ বুকুত নিজৰ
মোৰ সেই ধন আদৰৰ !
কিন্তু মই ধৰিব নোৱাৰো সেই ধন,
নিতে মোৰ নিস্ফল যতন !!
তুমি মোৰ ৰাক্ষস সুন্দৰ !
প্ৰথমে দেখাৰে পৰা লাহে লাহে এটি-দুটিকই,
বিশ্বৰ সৌন্দৰ্য্য মানে সকলোটি ধাহিমুহি লই
কৰি ললা পূৰণ উদৰ !
পোনতে যিদিনা হানা তোমাৰ সি দৃষ্টিৰেখা বেঁকা,
হ'ল কপালত চিৰ দাৰিদ্ৰ্যৰ ক'লা ৰেখা অঁকা ;
কাঢ়ি থকা হা-হুমুনিয়া,
চকু ভাঙি তোমালই মোৰ সেই আকলুৱা চোৱা !
তুমি কি অমৃত-সিন্ধু ধৰণীত ৰঙেৰে ৰাগৰা,
মই নে কি জন্মান্তৰ পিয়াহত দেই-পুৰি মৰা ?

নতু মই আওক্ষুদ্র, জগতৰ চৰণ তলৰ
এটি মাথো অনাদৃত ধূলিকণা অনন্ত পথৰ;
সিও কিন্তু পিয়াহত চিৰকাল ছাটিফুটি প্ৰায়—
যদিওবা অসম্ভৱ, তুমি শান্তি-বৰিষণ ন্যায়?
নহলে বা তুমি নে কি স্তূপীকৃত ঐশ্বৰ্য্য অপাৰ
—সংসাৰৰ সুখ-পাৰাবাৰ; মই নে কি দৰিদ্ৰ কৃপণ?—
লভিও তোমাক মোৰ কোনোমতে তৃপ্তি নপলায়;
অভাৱতে দিনবোৰ যায়,
হাতত থাকিও এনে জগতৰ বাঞ্ছিত ৰতন।
এই যে সংসাৰ, ই যে কি নো ৰাক বিচিত্ৰ সাথৰ?
—পালেও নহয় পোৱা কোনো বস্তু এই জগতৰ!
বাহু-লতা মেৰিয়াই মুখতেই মু'খনি লগাই,
শতেক সতৃষ্ণ দৃষ্টি সেই মুখখনিত পেলাই,
সুধিছিলো কত কাল!—'পোৱা নে, পোৱা নে মোক ভাল?
একে বচনকে তুমি মোকো কইছিলা কতবাৰ—
'তুমি মোৰ, মইও তোমাৰ।'
সেইদিনা মলয়াই ব্ৰহ্মাণ্ডত কৰিলে প্ৰচাৰ—
'পোৱা নে, পোৱা নে ভাল!' 'তুমি মোৰ, মইও তোমাৰ!'
সেই হে হবলা আজি, মোৰ এই হৃদয়কে মথি
উছলিছে জগতত বিৰহৰ অমিয়া অপাৰ;
ব্ৰহ্মাণ্ডত প্ৰণয়ৰ অভিনৱ বাতৰি প্ৰচাৰ!
আকাশী ৰথত উঠি

মেঘদূতে প্ৰিয়ালই নিয়ে মোৰ প্ৰণয়-বাৰতা ;
বসন্তৰ সৌন্দৰ্য্য-নিশ্বাসে পিয়াপি দি বিলায় চৌপাশে
হৃদয়-সঁফুৰা মোৰ মোকোলাই চেনেহ-মমতা !
জীৱনৰ সিপাৰত উঠে বাজি অমৰ বাজনা,
দিনে-ৰাতি মতলীয়া হৃদয়ৰ বাউলী যমুনা ;
নিতে ন ন ফুলে-পাতে মুঞ্জৰিছে মাধৱী-মঞ্জৰী !
ছিঙি কাল-পাত্ৰ ভেদ লোহাৰ জিঞ্জীৰি,
ইচ্ছা হয়, মুক্ত-আত্মা কৰো বিচৰণ
পাহৰি ই শোক-ভোক, জৰা-ব্যাধি, জনম-মৰণ—
সম্ভোগই স্বৰগৰ আশিস্ পৰম ; সেই শান্তি কান্তি অনুপম !
সমুখেদি বয় মোৰ আন্ধাৰ পোহৰ ভেদ কৰি,
চিৰন্তন গতি ধৰি সংসাৰৰ কাল-বৈতৰণী ;
ক্ষণে ক্ষণে জগতক শুনুৱাই মৰণ-জাননী !
কিন্তু তালে' কোনে কৰে কাণ ?—
সকলো বিচাৰি মত্ত সংসাৰৰ ধন-জন-মান ।
ছেদ-ভেদ নাই, নিতে উঠে-নামে কৰ্ম্ম-কোলাহল—
মই হে কেৱল, 'অকাৰ্য্য'ৰ বাঁহী বাই ঢউ লেখি ৰহিছো ইয়াত,
সকলো বাস্তৱ এৰি এখন্তেক কল্পনা-ছাঁয়াত !!
সংসাৰৰ কাৰ্য্য কি নো ? কিহে বাৰু পাৰে মানৱৰ
গুচাব প্ৰাণৰ তৃষ্ণা শোক-চিন্তা যাতনা-ভাগৰ ?
কত মহা মহা বীৰে পৃথিৱীত ধৰিলে জনম !
কৰি নানা ধৰম-কৰম,

কাৰ ম্বাৰু পূৰ্ণ হল অপূৰণ প্ৰাণৰ হেঁপাহ ?
জীৱনৰ অন্তিম নিশাহ
এৰি যোৱা নাই কোনে লগ পাই মৰণ-প্ৰহৰী—
অযুত অপূৰ্ণ আশা, অলিখিত ছন্দৰ লহৰী ?
অন্তিমত যদি হয় এনুৱাই বিলাই সৱাৰ,
কিয় তেনে মিছা অহঙ্কাৰ ?
কিয় বোলে 'অকাৰ্য্য'ৰ বাঁহী ? প্ৰেম-দয়া, অশ্ৰু-হাঁহি—
যদি হে অসাৰ, তেন্তে অসাৰ যে সকলো 'কামেই' ?
তেন্তে এই শাওণৰ অশ্ৰু-নীৰ, ফাগুনৰ সৌন্দৰ্য্য-প্ৰলাপ,
মোৰ ছন্দ-সুন্দৰীৰ বিশ্ব-জোৰা বিৰহ-বিলাপ
কিয় বোলে অকলে অসাৰ ?—হে সংসাৰ !!
বিৰহ-ছাঁয়াত ৰহি ছন্দে ছন্দে গুথি ইন্দ্ৰজাল
মই মাথো আছো গুণি কাল ;
কাল-নৈয়ে আঁকি যায় চাৰিপাশে জৰা-মৃত্যু-ক্ষয়,
মোৰ নাই ভয় ।—
ওপৰে দেখিছোঁ সউ সুবিশাল সৌৰ জগতত
মিলনৰ আকৰ্ষণ প্ৰতি গ্ৰহ প্ৰতি নক্ষত্ৰত ;
তাৰ মানে অনন্ত বিৰহ,—সিও নে দুসহ ?
কোন কোটি জনমৰ—সংসাৰৰ সৃষ্টিৰ আগেয়ে
এইদৰে আকৰ্ষণ কৰি আছে ইটিয়ে সিটিয়ে !
তেও জানো এটি আহি মিলে আনটিত ?—
প্ৰতিটিৰে আছে থান-থিত ।
তেনেহলে প্ৰেম মানে আকৰ্ষণ অণুৱে অণুৱে,
প্ৰেমে জীৱনৰ সত্তা থিৰ কৰি দিয়ে ;

তেনেহলে প্ৰেমেই জীৱন,
প্ৰেমহীন মানে কৰ্ম্মহীন,—জীৱন্ত মৰণ !!
তাহানি যে ভাবিছিলো !—কালিদাস বাল্মীকিৰ দৰে
চমক লগাম বোলো জগতক মোৰ কল্পনাৰে,
মহাকাব্য ৰচি মই নাম লম অমৰ কবিৰ ;
আজি সেই স্মৃতিৰ ছবিৰ
মাৰ গল আক সেই বিজুলীৰ লেখনীৰে অঁকা
ৰেখা চকামকা !
আপোনাৰ গীত গাই আজি মই আপুনি মুগুধ,
মোৰ হাঁহি-চকুলোত বিশাল ধৰণী টল্‌বল্ ;
আজি ধৰাতল
মোৰ হৃদয়ৰ স'তে পাওঁ হোৱা বিৰহ-দগধ।
মহাকাব্য ৰচি হোৱা অমৰ কবিৰ আশা
এতিয়া দুৰাশা ; কিন্তু—
সৃষ্টিৰ আদিৰেপৰা ব্ৰহ্মাণ্ডত যত শকুন্তলা,
যতেক বিৰহী সীতা, যত যক্ষ বিৰহ-উতলা ;
যত জীৱ-জন্তু,
বিৰহত পুৰি-দেই আদৰিছে জৰা-মৃত্যু-ক্ষয়,
সেই অভিনয়
আজি এক অভিনৱ মহানাট্য এই ব্ৰহ্মাণ্ডত ;
গ্ৰহ-তৰা সকলোটি ভাৱৰীয়া ই অভিনয়ত ;
নানা পখী তাৰ সুগায়ক ;—
এই মহা নাটকৰ আজি মই প্ৰধান নায়ক !
চলি আছে, চলি থক শত সৃষ্টি অভিনয় তাৰ !
হেৰা নাট্যকাৰ !!

ৰচিত, গুৱাহাটী, মে ১৯২৪ ; প্ৰকাশিত "মিলন" ২য় বছৰ ৪ৰ্থ সংখ্যা ; ভাদ ১৮৪৬ শক,

# কবিতা-সূচী

## শ্ৰীতীৰ্থেশ্বৰ নেওগৰ ৰচিত আৰু প্ৰকাশিত

১। মুকুতা ( ছনেট, প্ৰথম তাঙৰণ ) … … ৵০

২। কাৰবালা ( মৰ্ছিয়া, ২য় তাঙৰণ ) … … ॥০

৩। মালিকা ( ইলেজি, ২য় তাঙৰণ ) … … ॥০

৪। সঁফুৰা ( গীত আৰু সুৰলিপি, ৩য় তাঙৰণ ) … ৸০

৫। ৰুবায়াৎ ( ছোৰাব-ৰুস্তম, শ্ৰী-ফৰ্হাদ, ২য় তাঙৰণ, ) ॥০

৬। থুপিতৰা ( চুটি কবিতা, ২য় তাঙৰণ, যন্ত্ৰস্থ ) … ॥০

৭। বিচিত্ৰা ( বিবিধ কবিতা, ১ম তাঙৰণ, ) … ১॥০

৮। মালতী ( অনুবাদ কবিতা, ২য় তাঙৰণ ) … ॥০

৯। থাপনা ( শিশু-কবিতা, ১ম তাঙৰণ ) … … ॥০

১০। অসমা ( কবি-পৰিচয় সম্বলিত, ২য় তাঙৰণ ) … ১।০

১১। কামৰূপ ( দৃশ্য-কাব্য, ১ম তাঙৰণ ) … ॥০

১২। মেঘদূত ( মন্দাক্ৰান্তা ভাঙনি, ১ম তাঙৰণ ) … ॥০

১৩। ইন্দ্ৰধনু ( দীঘল কবিতা, ১ম তাঙৰণ ) … ॥০

১৪। বৈষ্ণৱ ধৰ্ম্মৰ আঁতি-গুৰি ( ২য় তাঙৰণ ) … ॥০

১৫। বৈষ্ণৱ ধৰ্ম্মৰ ক্ৰমবিস্তাৰ ( ২য় তাঙৰণ ) … ॥০

১৬। বৈষ্ণৱ ধৰ্ম্মৰ ভক্তি-তত্ত্ব ( ২য় তাঙৰণ ) … ॥০

১৭। অসমীয়া সাহিত্যৰ জেউতি ( সমালোচনা ) … ১৲

১৮। অসমীয়া সাহিত্যৰ জিলিঙনি ( আলোচনা ) … ১৲

১৯। অসমীয়া সাহিত্যৰ বুৰঞ্জীত ভুমুকি … ১৸০

২০। অসমীয়া ভাষাৰ বুৰঞ্জীৰ চিনাকি .. ১৲

২১। অসমীয়া কথা-প্ৰতিভা ( গল্প-সংগ্ৰহ ) … ৩৲

২২। অসমীয়া জাতীয় উৎসৱ ( ত্ৰিবেণী, ২য় তাঙৰণ ) ৸০

২৩। আধুনিক অসমীয়া সাহিত্যৰ বুৰঞ্জী ( ২য় তাঙৰণ ) ৩৲

২৪। বৰ্ণ-নিৰ্ণয় বা জাতি-বিচাৰ ( সমালোচনা ) … ৸০

২৫। দীপাৱলি ( চুটি সাধু, ১ম তাঙৰণ ) … ।৵০

## শ্ৰীডিম্বেশ্বৰ নেওগৰ সম্পাদিত আৰু প্ৰকাশিত

২৬। পুতলি [ নিচুকনি, প্ৰথম তাঙৰণ ] ... ।৵৹

২৭। জোনাকবা [ আই-ভূতি, ২য় তাঙৰণ ] ... ॥৹

২৮। পাৰিজাত [ মিহানাম, ১ম তাঙৰণ ] ... ॥৹

২৯। আকুল পথিক [ বনবোবা, ৫ম তাঙৰণ ] .... ১৲

৩০। কাঞ্চনী [ বন-খোৱা ২য় ভাগ ] ... ১৲

৩১। নাৰতী [ হিয়া নাম ] ... ১৲

৩২। বহবহী [ পটিভৰ-মালা ] .. }

৩৩। পানী-মিঠৈ [ সাধৰ-মালা ] ... } ১৸

৩৪। অসমীয়া কাব্য-প্ৰতিভা [ পৰিবৰ্দ্ধিত তাঙৰণ ] ... ৩৲

৩৫। কিৰণ-মালা [ ১ম ভাগ, ১ম মান, ৪ৰ্থ তাঙৰণ ] ... ।৹

৩৬। কিৰণ-মালা [ ২য় ভাগ, ২য় মান, ৪ৰ্থ তাঙৰণ ] ... ।/।

৩৭। কিৰণ মালা [ ৩য় ভাগ, ৩য় মান, ৪ৰ্থ তাঙৰণ ] ... ।৵

৩৮। কিৰণ-মালা [ ৪ৰ্থ ভাগ, ৪ৰ্থ মান, ৪ৰ্থ তাঙৰণ ] ... ।৶

৩৯। কিৰণ-মালা [ ৫ম ভাগ, ৫ম মান, ৪ৰ্থ তাঙৰণ ] ... ॥৹

৪০। কিৰণ-মালা [ ৭ম ভাগ, ৭ম মান, ৩য় তাঙৰণ ] ... ॥৶

৪১। কিৰণ-মালা [ ৮ম ভাগ, ৮ম মান, ৩য় তাঙৰণ ] . ৸৹

৪২। সৰল জ্যামিতি [ ১ম-২য় ভাগ, ৪ৰ্থ-৫ম মান ] .. ।৶৹

৪৩। সৰল জ্যামিতি [ ৩য় ভাগ, ৬ষ্ঠ মান ২য় তাঙৰণ ] ॥৶৹

৪৪। বিজ্ঞানৰ আগকথা [ আগচোৱা, ৪ৰ্থ তাঙৰণ ] ৸৹

৪৫ বিজ্ঞানৰ আগকথা [ মেট্ৰিক পাঠ্য, সচিত্ৰ ] ২৲

৪৬। [illegible]শিকা [illegible] [ ৩য় তাঙৰণ ] ১৲

৪৭। The Brahmaputra Reader Book II ... ১৶

৪৮। The Brahmaputra Reader Book I ...

৪৯। Introduction to Assam ...

৫০। History of Assamese Literature ...